1956

# জগন্নাথ বৰুৱা কলেজ

6

# আলোচনী

©KKH Library, JBC

ষোড়শ বছৰ, ২য় সংখ্যা
১৯৫৬ চন

সম্পাদকত
শ্ৰী মহেন্দ্ৰ নাথ বৰঠাকুৰ (অসমীয়া বিভাগ)
শ্ৰী সুৰেন্দ্ৰ নাথ শইকীয়া (ইংৰাজী বিভাগ)

জগন্নাথ বৰুৱা কলেজ, যোৰহাট

# জগন্নাথ বৰুৱা কলেজ আলোচনী

১৩-শ বছৰ, ২য় সংখ্যা

with love to Mr. [illegible]

[illegible]

## Supplementary.

©KKH Library, JBC

উপদেষ্টা :—
অধ্যাপক শ্ৰীকিৰণচন্দ্ৰ শৰ্মা

সম্পাদনাত :—
শ্ৰীমহেন্দ্ৰনাথ বৰঠাকুৰ

# আলোচনীৰ সমল

"অসমীয়া ভাগ"

জীৱনৰ ছন্দ :—



চিন্তাৰ ঢৌ লেখি :—



ৰূপকথাত জীৱন বিচাৰি :—



সুৰৰ লহৰ —



©KKH Library, JBC

# চিন্মনী

শ্ৰীবীৰেণ বৰগোহাঁঞি

নিসংগ হেমন্ত ৰাতি মৃত্যুহীন তৃষাৰ ৰশ্মিৰে
তুমি যদি, উদাস-বহল আৰু নীলাৰ আকাশ চাই
দুটি এটি গানৰ কলি দিয়া ফুটুৱাই
মই কি ৰচিম গান তোমাৰ ছবিৰে?
দৃপ্ত যদি বুকু আজি প্ৰেমৰ তপস্যা আৰু
সংগীহীন বিহগৰ বিহ্বলিত ডেউকা ধ্বনিৰে
তনুৰ তাৰুণ্য আৰু জ্যোৎস্না-স্নাত-স্মৃতি-স্বপ্নলৈ
মই কি ৰচিম গান তোমাৰ ছবিৰে?

মই কি ৰচিম গান তোমাৰ ছবিৰে
আকাশৰ ফাঁকে ফাঁকে ভাহি অহা তোমাৰ ৰূপৰ
জোনৰ-জীৱন-ছন্দ ছন্দিত নিশাৰ ছাঁয়াৰে
সুধাবাণী, তুমি যদি এহাতেদি যাদু-দণ্ড লৈ
মেলি দিয়া বনৰ পোহাৰ, —মনৰ দুৰ্দম্য তৃষাৰে
ৰচি যাম গান মই, তোমাৰ ছবিৰে।

—:*:—

©KKH Library, JBC

# 'টু এ বিল'ভেদ'

শ্রীচন্দ্র কটকী

এস্পার্ট খাহৰ সুৰভিৰে ভৰা,
মোৰ মনৰ কলঙ্ পাৰত
বালিঘৰ সাঁজি ওমলা সিদিনা
অৰুণিমা ! তোমাৰ মনত আছেনে নাই ?
স্মৃতিৰ প্ৰিজম্ ফালি ফালি থ'ই
আজিও দেখোন মোৰ বুকুৰেদি
শ্বেতকেতুৰ উদ্যত তুৰঙ্গ
পাৰ হ'ই হ'ই যায় ।
মন ফাগুণৰ বলিয়া বতাহে
তোমাৰ হিয়াৰ পাপৰি কঁপালে,
চকুত তোমাৰ দিয়েহিনে ধৰা,
ভগা এটি বঙা গৰা ?
বহুত গধূলি ম্লান কৰি থ'ই
তাৰ সিপাৰেই মাৰ গ'ল জানো
এটি, এটি মাথোঁ শুকতৰা ।
সময়ৰ এই বালিমাহী নাচ
শেষ তাৰ ক'ত, ক'ত বাৰু তাৰ সীমা ;
হংস-বলাকাৰ ৰেখা খেদি খেদি
লাভ, লাভনো কিটো বাৰু হেৰা অৰুণিমা !
পাৰ হৈ গ'ল বহুত বসন্ত
মাৰ গ'ল ফুলি বহুতো গোলাপ, বহুতো
কপৌফুল
তোমাৰ কবিৰ স্বপ্ন সমাধিত
জলিথকা এটি ধুনীয়া জোনৰ
আজিও থাকিল ভুল ।
ভদ্‌কাৰ বটল হাতত থাকিল
অনন্ত প্ৰশ্নৰ উত্তৰ নাহিল
তেনে বাৰু কিটো আছে,
সময়ৰ এই দূৰ ব্যৱধানে
কিয় বাৰু আজি পাহৰণি সুৰ যাচে ।
আঁহা তেনে আঁহা;
সময়ো থাকক জীৱনো থাকক
পাৰহওঁ তুয়ো নীল ভবিষ্যৰ সীমা ;
একেটি চুমাৰে শেষ কৰি দিয়া
শত ব্যৱধান, অৰু মোৰ, অৰুণিমা ।

—:o:—

—*:o:*—

©KKH Library JBC

# —যুগুপ্সা—

শ্ৰীপদ্মেশ্বৰ গগৈ

চেনেহী তুমি শুনা—
অমাবস্যাৰ তমসানিশাৰ ঘনঘোৰ আকাশত
কিহৰ প্ৰতিচ্ছবি—
ঢুক ঢুক বুকুৰ ইঙ্গিত ভৰা
চেনেহী অন্তৰত, —চগা চাকিৰ করুণ বিননি
সুপ্তা, অনাদ্ৰিতা, লাঞ্ছিতা ধৰণীৰ
স্তন্যপায়ী—
ক্ৰোৱ ক্ৰোৱ বিগলিত অন্তৰত
জীয়াই থকাৰ আকুতি
মোহ ! ভ্ৰম !! বিভ্ৰাত !!!

* * *

এটা দিন,
এটা মাহ,
এটা যুগ,
যুগৰ বুকত কড়াল ধৰিলে—
কায়িক কামনাৰ পাৰ ভাঙ্গি চিকমিকনিবোৰ
ওলাব জানো ?
নৱ যৌৱনা ৰূপহী যুৱতীৰ বুকুৰ উমনি ভৰা
তোমাৰ ৰূপত—হৰ-মোহনৰ
প্ৰেমৰ বেদ্বিত নিজক বলিদিয়া
তুমিয়েইতো অকল নোহোৱা চেনেহী !!!

* * * *

অনাগত ভবিষ্যত—
সপোনৰ আবেশ সনা তোমাৰ চকুৰ পটাত
হয়তো জাগে—
প্ৰতিফলিত হয়—
পোৱা নোপোৱাৰ প্ৰতিক্ৰিয়াবোৰ
চেনেহী, অলপ বোৱা—শুনা
সৌ দিগন্তত ৰণভেৰি কামান গৰ্জ্জন
বুকুৰ কেঁচাতেজক ধূলিৰে মিহলি কৰি
সিহঁতে তাত প্ৰেমৰ সমাধি ৰচিছে।
তাৰ পাচত—
তোমাৰ বুজিব নোৱাৰা পৃথিবীত
প্ৰেমৰ তৰঙ্গ উঠিব
স্ৰষ্টা—সৃষ্টি—মিলন
নিজক পূৰ্ণাহুতি দিয়া তাতেহে সৃষ্টিৰ শতেক সাধনা
চেনেহী—
জাগে জানো কামনা মনৰ !

©KKH Library, JBC

# অপূৰ্ণ

শ্ৰীৰবীন কটকী

প্ৰাণ-উপকূলৰ তক ছাঁয়াৰ আঁৰে আঁৰে
মোৰ —— নিঃসঙ্গ, আতুৰা ডাউকীয়ে
হিমস্নাত পুৰতি ৰাতিৰ নিবিড় পৰত
বেদনাসিক্ত কণ্ঠেৰে——
সুদূৰ সীমনাৰ লগৰীক বিচিয়াই
ভাগৰি পৰিলেও—হে ৰূপহী
তোমাৰ স্বপ্নৰতা—চকুৰ পটাত
তন্দ্ৰালস কিয় ?
উদাস তোমাৰ বুকুত
স্মৃতিৰ বোলসনা—
পোৱা-নোপোৱা আকাশ-নীলা কল্পনাৰ
স্থিতিহীন অনুগ্ৰ ৰূপৰ—
মাধুৰী হেৰাল ক'ত ?
শুনা ৰূপহী—!
সিপাৰত সেয়া—
মিলন প্ৰয়াসী আত্মাৰ স্বগতোক্তি।

আৰু--ইপাৰত--মোৰ
মনাকাশত তাৰেই প্ৰতিধ্বনি।
তথাপিও —— লেখহীন মোৰ অপূৰ্ণ বাসনাই
সন্ধান-উন্মুনীত থকা সৰকা হৈ
'ফচিল' হেৰাৰ দুঃস্বপ্ন দেখিও
হিমানী সন্ধিয়াৰ——
ৰূপ চোৰাতেই—ব্যস্ত।
শেষ পোৱা ?—
— অতৃপ্তিৰ আকণ্ঠ পিপাসা
সমুখত স্বপ্নজাগে—আগৰাতি
আকাশ পথত বুটা বছা অলেখ তৰাৰ
শেষ ৰাতিৰ দীপ্তিত—যাৰ জাগে
হেৰোৱাৰ বিভীষিকা
সিও যেন সিচি দিয়ে
বিদায়ৰ, বিদ্ৰূপৰ, ব্যৰ্থতাৰ—হাজাৰ কণিকা।

—:০#০:—

©KKH Library JBC

*চিন্তাৰ ঢৌ লেখি :—*

# ৰাজনীতিৰ একাজলি

## ৰুছ প্ৰশাসনৰ এটি পৰ্য্যালোচনা

অধ্যাপক শ্ৰীঅনিলেন্দ্ৰ শৰ্ম্মা

ছ'ভিয়েট ৰুছিয়াৰ প্ৰতি ভাৰতীয় জনসাধাৰণৰ এটা বিশেষ আকৰ্ষণ আছে। এই কথাৰ প্ৰমাণ হৈছিল সেইদিনা যিদিনা ৰুছিয়াৰ প্ৰধান মন্ত্ৰী নিকলাই বুলগেনিন আৰু কমিউনিষ্ট পাৰ্টিৰ গুৰিয়াল খ্ৰুশ্বেভৰ দৰ্শন লাভ কৰিবলৈ কলিকতাৰ ৰাজ আলিত অগণন জনতা সমৱেত হৈছিল। কলিকতাতেই কিয় সমগ্ৰ ভাৰততেই ই এক অভূতপূৰ্ব্ব জন সমাবেশ। তেওঁলোকৰ আগমনৰ লগে লগেই দেশব্যাপী আলোড়ণৰ সৃষ্টি হৈছিল। ভ্ৰমন সূচীৰ অন্তৰ্ভুক্ত নোহোৱা বহুতো ঠাইতেই সভা সমিতিৰ আয়োজন কৰি আদৰণি জনোৱা হৈছিল।

জনতা কিয় ইমান ব্যগ্ৰ হৈছিল? স্বাভাৱিকতেই প্ৰশ্ন উঠে, ইয়াৰ কাৰণ বিচাৰি গ'লে হয়তো পাম যে ৰুছিয়া সিদিনালৈকে এখন ৰহস্যাবৃত দেশ আছিল। ৰুছিয়াৰ জনসাধাৰণে এটা অভিনৱ ব্যৱস্থাৰ গৱেষণা চলাইছে। জগতৰ বুকুত এটা নতুন আদৰ্শৰ গুটি নিজস্ব ধৰণেৰে সিঁচিবলৈ উঠি পৰি লাগিছে। ইয়াৰ উপৰিও আমাৰ ধাৰণা আছিল যে ৰুছিয়াক এখন লৌহ আৱৰণেৰে ঘেৰি ৰখা হৈছে। কিন্তু লৌহ আৱৰণত আজি ফাট মেলিছে। আমাৰ দেশৰ পৰাই বহুতো শুভাকাঙ্ক্ষী দলে ৰুছিয়াত ভ্ৰমন কৰিছে।

শান্তি প্ৰচেষ্টাৰ পথত ৰুছসকল ভাৰতৰ সহযাত্ৰী হবলৈ মান্তি হৈছে; আৰু ভাৰতৰ প্ৰচেষ্টাক স্বাগত সম্ভাষণ জনাইছে। আমাৰ প্ৰতি ৰুছবাসীৰ যে আন্তৰিকতা আৰু সদিচ্ছা আছে ইয়াৰ প্ৰমাণ আমি পাইছো। আন্তঃৰাষ্ট্ৰীয় সভা সমিতিতো ৰুছ সকলে ভাৰতক বহুক্ষেত্ৰতেই সমৰ্থন কৰি আহিছে। সমগ্ৰ বিশ্বতে উথল-মাথল লগোৱা চুয়েজখাল ৰাষ্ট্ৰীয় কৰণৰ ফলত উদ্ভৱ হোৱা সমস্যাৰ সমাধানাৰ্থে মিছৰৰ লগত আলোচনা কৰিবলৈ ভাৰতে আগবঢ়োৱা প্ৰস্তাৱত ৰুছ চৰকাৰে সম্মতি জনাইছিল। আনবিক অস্ত্ৰৰ ব্যৱহাৰ নিষিদ্ধ কৰিবলৈ ৰুছ চৰকাৰ প্ৰস্তুত আছে বুলিও ঘোষণা কৰা হৈছে। প্ৰধান মন্ত্ৰী শ্ৰীজৱহৰলাল নেহৰুৱে ৰুছ দেশত ভ্ৰমণ কৰোতে তেওঁলোকে হিয়া উবুৰিয়াই আদৰণি জনাইছিল। প্ৰধান মন্ত্ৰীৰ যোগে ভাৰতবাসীলৈ অন্তৰৰ চেনেহ যাচিছিল। শান্তিৰ বাৰ্ত্তাবাহী পণ্ডিত নেহেৰুক নিঃসঙ্কোচে গোটেইখন দেশ উদঙাই দেখুৱাইছিল। ভাৰতবাসীক ৰুছসকলে শ্ৰদ্ধাৰ চকুৰে চাইছে।

©KKH Library, BPC

পুৰণি ঐতিহ্যৰে গৌৰৱান্বিত ভাৰতৰ ভিতৰখন চোৱাৰ অদম্য স্পৃহা তেওঁলোকৰো জাগিছে। মস্কো বিশ্ববিদ্যালয়ত ভাৰতীয় ভাষা শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছে আৰু অমূল্য গ্ৰন্থ সমূহ নিজ ভাষালৈ ৰূপান্তৰিত কৰাৰ দিহা কৰা হৈছে। অন্য দেশৰ আভ্যন্তৰীণ ব্যৱস্থাত আঁজোৰ নমৰাকৈয়ে ভাৰতে আগবঢ়োৱা শান্তিপূৰ্ণ সহ-অৱস্থানৰ পাঁচোটা নীতিক ৰুছ প্ৰশাসনে ষোল অনাই সমৰ্থন কৰিছে। দেশ-বিদেশ ভ্ৰমি ফুৰা আমাৰ প্ৰধান মন্ত্ৰীয়েও ৰুছ সকলৰ মনোভাৱ শান্তিৰ অনুকূলে বুলি দঢ়াই কৈছে।

তথাপিও আমাৰ বহুতেই বিশ্ব শান্তিৰ প্ৰতি থকা ৰুছসকলৰ আন্তৰিকতাত পতিয়ন যাব পৰা নাই। কেইমাহমানৰ পূৰ্ব্বে 'ষ্টেটচ্ মেন্' কাকতত শ্ৰী এ, ডি, গৰৱালাই এটা প্ৰবন্ধত এনে সন্দেহ প্ৰকাশ কৰিছে। এই সকলৰ মতে ৰুছসকলৰ এই সকলোবোৰেই ফাকতি; কমিউনিষ্টসকল পেট টেঙৰ লোক। তেওঁলোকে চল্ চাই চাপৰি বজাব জানে। এইসকলৰ মতে সহ-অৱস্থানৰ নীতি তেওঁলোকে মানি লৈছে যদিও সি মূলতে লেনিনৰ সহ-অৱস্থানৰ নীতিহে। লেনিনেও এসময়ত ধনতান্ত্ৰিক দেশৰ লগত সহ-অৱস্থান কৰিবলৈ আহ্বান জনাইছিল। কমিউনিষ্ট সকলৰ গতি-গোত্ৰ আৰু পুৰণি কাৰ্য্য-কলাপলৈ আঙুলিয়াই এওঁলোকে কমিউনিষ্টৰ লগত সনা-পিঠা নকৰিবলৈও সতৰ্ক কৰি দিয়ে। শ্ৰীগৰৱালাৰ ভাষাৰ তীব্ৰতা অৱশ্যে আনতকৈ এখোপ চৰা আছিল।

পুৰণি দিনলৈ উলটি গলে অৱশ্যে মনৰ খু-ত্ৰনি আঁতৰোৱা টান। তথাপিও পৰিবৰ্ত্তিত অৱস্থাত আমি এনে সন্দেহৰ কুঁৱলী আঁতৰাব লাগিব। বিখ্যাত সাংবাদিক শ্ৰীপ্ৰেম ভাটিয়াই প্ৰধান মন্ত্ৰীৰ লগত কৰা ভ্ৰমণৰ অন্তত ঠিকেই কোৱা যেন লাগিছে যে ৰুছ নেতৃবৃন্দৰ আজি দৃষ্টি-ভঙ্গীৰ পৰিবৰ্ত্তন হৈছে। এই কথা প্ৰধান মন্ত্ৰী নেহৰুৱেও সমৰ্থন কৰিছে। লেনিনৰ উত্তৰাধিকাৰী লৌহ মানৱ ষ্টেলিনৰ মৃত্যুৰ পাছত ৰুছ নীতিৰ ভালেখিনি সলনি হৈছে। পাৰম্পৰিক সন্দেহ, ত্ৰাস আদিৰ ভাৱ আঁতৰি গৈছে আৰু এক উদাৰ নীতিৰ দ্বাৰা চৰকাৰ পৰিচালিত হৈছে। শ্ৰীমতী বিজয়লক্ষ্মী পণ্ডিত ৰুছিয়াৰ ৰাষ্ট্ৰদূত হৈ থাকোতে ৰুছিয়াত এবাৰ ভ্ৰমণ কৰিবলৈ ওলায়ো হেনো চৰকাৰৰ পৰা ভ্ৰমণ কৰা সুবিধা পোৱা নাছিল; কিন্তু প্ৰধান মন্ত্ৰীক সেই একে ৰুছ চৰকাৰেই দেশৰ চুকে কোণে পৰিদৰ্শন কৰিবলৈও সকলো প্ৰকাৰৰ সুবিধা কৰি দিছিল। ৰুছ কমিউনিষ্ট পাৰ্টিৰ কংগ্ৰেছত ষ্টেলিনক তীক্ষ্ণ ভাষাত সমালোচনা কৰা হৈছে। ষ্টেলিনৰ বৈদেশিক নীতি ভুল বুলি ৰুছ কমিউনিষ্ট পাৰ্টিয়ে প্ৰকাশ্যে ঘোষণা কৰিছে। ৰুছিয়াই পূৰ্ব্বৰ শত্ৰু যুগোশ্লাভিয়াৰ লগত পুনৰ সম্বন্ধ স্থাপন কৰিছে। মধ্য প্ৰাচ্যত নিতৌ নতুন ধৰণৰ লেঠা লাগিছে যদিও বা আন্তৰ্জাতিক ক্ষেত্ৰত উত্তেজনা আশানুৰূপ ভাৱে প্ৰশমিত হোৱা নাই যদিও বিভিন্ন ৰাষ্ট্ৰৰ মাজত অধিক সমন্বয়ৰ ভাৱ পৰিলক্ষিত হৈছে। এটা সমিলমিল পৰিবেশ সৃষ্টি কৰিবৰ অৰ্থে বাহ বিভিন্ন সভা-সমিতিত ৰুছিয়াই সহযোগ কৰিছে।

এনে এটা নতুন পৰিবেশৰ মাজত আমি এটা অনমনীয় মনোভাৱ লৈ ৰুছিয়াৰ শান্তি প্ৰচেষ্টাত সন্দিহান হৈ পৰা উচিত হবনে? যদি নহয় তেনে হলে এখন ঐক্যবদ্ধ আৰু শান্তিপূৰ্ণ

©KKH Library, JBC

বিশ্বৰ ভেটি সুদৃঢ় ভাৱে গঢ়িবলৈ বিশ্বাসেৰে আৰু আনৰ আস্থা আদায় কৰি অগ্ৰসৰ হব লাগিব। এয়ে হৈছে গান্ধীজীৰো শিক্ষা।

ৰুছ শাসন পদ্ধতিৰ বিষয়ে জনাৰ আগ্ৰহ আৰু আৱশ্যকতা উপলব্ধি কৰিছো। সেয়ে ৰুছ সংবিধানৰ বিষয়ে চমুকৈ চিনাকি দিবলৈ গোটা-দিয়েক কথা আগবঢ়াইছো।

চমু আঁতিগুৰি :—

এক হিচাবত 'ইউনিয়ন অব দি ছোভিয়েট ছ'চিয়েলিষ্ট বিপাব্লিক' এখন নতুন ৰাষ্ট্ৰ। গ্ৰেট-ব্ৰিটেন, ফ্ৰান্স বা মাৰ্কিণ যুক্ত ৰাজ্যৰ তুলনাত ইয়াৰ বয়স কম। ৰুছ বিপ্লৱৰ পিচত ঠানঠিত লগাই ১৯২৪ চনতহে উপৰোক্ত নামেৰে ৰুছিয়াক অভিহিত কৰা হয়। এইছোৱা সময়তে ছোভিয়েট ইউনিয়নে বিশ্ব ৰাজনীতিত বিশেষ ভাৱে প্ৰতি-পত্তি লাভ কৰে। মস্কো আৰু ক্ৰেমলিনৰ গুৰুত্ব দিনকদিনে বাঢ়িবলৈ ধৰে আৰু ই সমগ্ৰ বিশ্বৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হয়। ৰুছ বিপ্লৱৰ পৰিসমাপ্তিৰ পিছত নানা ধৰণৰ আউল লগা সমস্যা পৰ্ব্বতাকাৰ হৈ পৰিছিল। বিধ্বস্ত অৰ্থনৈতিক ব্যৱস্থাক পুনৰ গঢ়ি তুলিব লগা হৈছিল। ইয়াৰ উপৰিও জাতি, ভাষা, সংখ্যালঘু আদিৰ সমস্যাই জুমুৰি দি ধৰিছিল। লেনিন আৰু ষ্টেলিনৰ পৰিচালিত কমিউনিষ্ট নীতিয়ে এই সমস্যা সমূহক ভেটা দি ধৰিলে।

ছোভিয়েট ৰুছিয়া পৃথিবীৰ সৰ্ব্ববৃহৎ সংহত ৰাজনৈতিক গোট (Largest Compact Political unit)। এই ৰাজ্যৰ চাৰি সীমাই ৮,৩৪৮,০৯৪ বৰ্গ মাইল আগুৰি আছে, আৰু ১৯৩, ১৯৮,০০০ লোকে ইয়াত বাস কৰিছে। ভাৰত বা চীনৰ লোকসংখ্যা ৰুছিয়াতকৈ বহুত বেছি। মাটিৰ ওপৰত মানুহৰ হেঁচাও ইয়াত কম। ৰুছ জনসাধাৰণে গোটেইখন দেশতে সমানে সিচৰিত হৈ বাস কৰা নাই। কোনো ঠাইত থুপ খাইছে, কোনো ঠাইত বসতি একেবাৰেই পাতলীয়া। এতিয়া ডাঙৰ ডাঙৰ নগৰ স্থাপন হৈছে, আৰু নগৰত লোকসংখ্যা ক্ৰমশঃ বাঢ়িছে। ইয়াৰ জলবায়ুৰো আগগুৰি বুজা টান। কোনো কোনো অঞ্চলত হাড় কঁপা জাৰ। আকৌ কোনো কোনো অঞ্চল যথেষ্ট গৰম। উত্তৰ খণ্ডৰ মাটি খেতি-বাতিৰ অনুপযোগী। খনিজ পদাৰ্থত ৰুছ দেশ চহকী। লো, কয়লা, পেট্ৰো-লিয়াম আদি নোপোৱা বস্তু নাই। উদ্যোগ কৰণৰ কাৰণে খনিজ পদাৰ্থ অপৰিহাৰ্য্য। নিজ দেশত এই বস্তু সমূহৰ সদ্ব্যৱহাৰ কৰিও তেওঁ-লোকে বাহিৰলৈ পঠাব পাৰে।

পৰিকল্পিত ভাৱে অৰ্থনৈতিক উন্নয়নত ৰুছিয়া দ্ৰুতবেগে আগবাঢ়িছে। নতুন নতুন কল-কাৰখানা স্থাপিত হৈছে। আধুনিক যন্ত্ৰ-পাতিৰ গৱেষনা চলিছে। নদী উপত্যকা আঁচনি গ্ৰহণ কৰি অশেষ উপকৃত হৈছে। ৰুছিয়াই চীন, ভাৰত আদি অনুন্নত দেশসমূহৰ উন্নয়নত সহায় কৰিবলৈ গাত লৈছে। বৃহৎ উদ্যোগ সমূহ ৰাষ্ট্ৰৰ অধীনলৈ অনা হৈছে।

—সামন্তযুগীয়া শাসন—

কমিউনিষ্ট পাৰ্টি ৰুছিয়াৰ হৰ্ত্তাকৰ্ত্তা হোৱাৰ পূৰ্ব্বে 'জাৰ' নামেৰে একশ্ৰেণী সামন্তযুগীয়া ৰজাই ৰুছিয়াত শাসন কৰিছিল। অন্যান্য দেশৰ সামন্ত-যুগীয়া ৰজাসকলৰ স্বভাৱেই এওঁলোকৰো স্বভাৱ আছিল। 'জাৰৰ' দিনত ৰুছিয়া আছিল কৃষি

©KKHLibrary, JBC

প্ৰধান। অন্যান্য যন্ত্ৰপাতিৰ কথা দূৰতে থওক খেতিৰ কাৰণে অপৰিহাৰ্য্য কেতবিলাক সামগ্ৰী তেওঁলোকে নিজ হাতে তৈয়াৰ কৰিব নাজানিছিল। দেশত উদ্যোগ স্থাপিত হোৱাটো 'জাৰ' বিলাকে পেটে পেটে সহিব নোৱাৰিছিল। উদ্যোগ স্থাপনৰ দ্বাৰা এটা পুঁজিপতি শ্ৰেণীক জন্ম দি নিজৰ ভিত্তিত নিজেই চিপ্‌জৰী লব লগাৰ আগন্তুক ভয়ত তেওঁলোকৰ বুকু কঁপি উঠিছিল। জন-সাধাৰণৰ শতকৰা ৭৫ ভাগেই খেতি কৰি পেট প্ৰৱৰ্ত্তাইছিল আৰু প্ৰায় শতকৰা ৮৫ ভাগ মানুহেই গাঁৱত বাস কৰিছিল। মাটি-বাৰীৰ গৰাকী খেতিয়ক নাছিল; —আছিল জমিদাৰ, মঠ-মন্দিৰ আৰু ৰাজ পৰিয়াল। অস্বাস্থ্যকৰ পৰি-বেশত বাস কৰি জনসাধাৰণে স্বাস্থ্য হেৰুৱাইছিল। পঢ়াশালিৰো কোনো ব্যৱস্থা নাছিল। 'জাৰ' সকলৰ শাসন আৰু শোষনত জনসাধাৰণ অতিষ্ঠ হৈ পৰিছিল। পিটাৰ দি গ্ৰেট আদি দুই এজন 'জাৰ' প্ৰশাসকে পাশ্চাত্য দেশৰ আৰ্হিত প্ৰভাৱান্বিত হৈ নিজ দেশকো সেই সাঁচত গঢ়িবলৈ প্ৰচেষ্টা চলাইছিল যদিও প্ৰশাসনৰ ক্ষেত্ৰত পুৰণা নীতিকেই খামোচ মাৰি ধৰিছিল। ৰুছ-জাপান যুদ্ধ আৰম্ভ হোৱাৰ পিচত উপায় হীন হৈ জন জাগৰণলৈ শঙ্কা কৰি ১৯০৫ চনৰ ১৭ অক্তোবৰত তেওঁলোকে এক ঘোষণা জাৰি কৰিলে। এই ঘোষণাৰ জৰিয়তে এখন পাৰ্লামেণ্ট (Dumba) গঠন কৰা হল। 'ডুমা'খন প্ৰকৃত পাৰ্লামেণ্ট নাছিল আৰু চৰকাৰৰ ওপৰত ইয়াৰ কোনো ক্ষমতা নাছিল। প্ৰথম মহাসমৰৰ লগে লগে ইয়াৰ অস্তিত্ব লোপ পায়। দেশৰ পৰিস্থিতি ক্ৰমাৎ শোচনীয় হৈ যাবলৈ ধৰিলে আৰু তলে তলে 'জাৰ' শাসনৰ বিপক্ষে বিপ্লৱ সংগঠিত হবলৈ ধৰিলে। ১৯১৭ চনৰ ২৩ ফেব্ৰুৱাৰীৰ দিনা সমগ্ৰ ৰুছিয়াৰ ওপৰেদি বিপ্লৱৰ ঢল বাগৰি গ'ল। যদিও মৰ কামোৰ দেৱা প্ৰতিক্ৰিয়াশীল শক্তিসমূহে এই প্ৰচণ্ড ঢলক প্ৰতিৰোধ কৰিব নোৱাৰিলে। মাৰ্ক্সবাদী দৰ্শনৰ দ্বাৰা প্ৰভাৱান্বিত ৰুছ বিপ্লৱ সফল হ'ল। প্ৰথমতে এটা অস্থায়ী চৰকাৰ প্ৰতিষ্ঠিত হৈছিল যদিও বল্‌শ্বেভিক পাৰ্টিৰ নেতৃত্বত আৰু আধুনিক ৰুছিয়াৰ পিতা লেনিনৰ ডকাইতক ডকাইতি কৰা নীতিয়ে জয়লাভ কৰিলে। সমাজ-বাদী আদৰ্শেৰে দেশ সংগঠিত কৰাৰ সংকল্প লোৱা হ'ল আৰু সৰ্ব্বহাৰাৰ একনায়কত্ব প্ৰতিষ্ঠা কৰা হ'ল। কিন্তু লাহে লাহে সৰ্ব্বহাৰাৰ একনায়কত্বই এটা দলীয় একনায়কত্বত পৰিণত হ'ল আৰু ই স্থায়ীৰূপ ল'লে।

—সংবিধানৰ ক্ৰম বিকাশ—

১৯১৮ চনত বল্‌শ্বেভিক পাৰ্টি ক্ষমতাত অধিষ্ঠিত হয়। ইয়াৰ আগলৈকে দেশত কোনো লিখিত সংবিধান বা বিধি-বিধান নাছিল। ক্ষমতা হাতলৈ আনি খচৰা সংবিধান এখন প্ৰণয়ন কৰিবলৈ এটা আয়োগ গঠন কৰি দিয়া হ'ল। ছোভিয়েটৰ ভেটিত সমাজবাদী আৰ্হিৰে সমাজ এখন প্ৰতিষ্ঠাৰ এয়ে প্ৰথম সংবিধানিক খোজ। ই পূৰ্ণতাপ্ৰাপ্ত হয় ১৯৩৬ চনৰ সংবিধানত। মাৰ্শ্বাল ষ্টেলিন, বুখাৰিণ আদি এই আয়োগৰ সভ্য আছিল। ছোভিয়েট কংগ্ৰেছে (All Russian Congress of Soviets) সংবিধানখন অনু-মোদন কৰে। ১৯১৮ চনৰ সংবিধান ১৯১৭ চনৰ বিপ্লৱৰ ফল—'জাৰ' শাসনৰ বিৰোধী প্ৰতিক্ৰিয়া। এই সংবিধানে ঘোষণা কৰিলে যে ছোভিয়েট

©KKH Library, JBC

ৰুছিয়া এখন সমাজবাদী গণৰাজ্য হ'ব। উৎপাদনৰ সজুলি, যান-বাহন, ভূমি, বন্য সম্পদ, খনিজ সম্পদ, চৰকাৰে পৰিচালনা কৰিব। শ্ৰমজীৱি সকলক ভোটৰ অধিকাৰ দিয়া হ'ল। সংবিধান বলৱৎ কৰাৰ লগে লগে ৰজা জমিদাৰ আদিৰ শাসনৰ অন্ত পৰিল।

১৯২৪ চনত এই সংবিধানত দিয়া প্ৰশাসন ব্যৱস্থাৰ সাল-সলনি কৰা হল। নতুন সমস্যাৰ লগত খাপখোৱাকৈ আগৰ বিধি ব্যৱস্থাবো পৰিবৰ্ত্তন কৰাৰ দিহা হ'ল। ১৯৩৬ চনত এখন নতুন সংবিধান ৰচনা কৰা হ'ল। এই সংবিধানক ষ্টেলিন সংবিধানো বোলা হয়। বৰ্ত্তমান ছোভিয়েট ৰুছিয়া এই সংবিধানৰ দ্বাৰা শাসিত আৰু ১৬ খন গণৰাজ্যেৰে 'ছচিয়েলিষ্ট ছোভিয়েট ৰিপাব্লিক গঠিত।

গোটেইখন ছোভিয়েট ইউনিয়নৰ প্ৰশাসন পদ্ধতিয়েই ৰাজ্যসমূহৰো প্ৰসাসন পদ্ধতি। প্ৰতি ৰাজ্যত স্বকীয়া স্বকীয়া কাৰ্য্য পালিকা, বিধান সভা, কৰ্ট আদিৰ ব্যৱস্থা আছে। সংবিধানে প্ৰত্যেকখন ৰাজ্যকে ছোভিয়েট ইউনিয়নৰ পৰা ইচ্ছানুযায়ী ওলাই যাব পৰা ক্ষমতা দিছে যদিও ইয়াক কাৰ্য্যত পৰিণত কৰা ৰাজ্যসমূহৰ কাৰণে দুৰুহ প্ৰচেষ্টা মাথোন। প্ৰত্যেকখন ৰাজ্যই বৈদেশিক ৰাষ্ট্ৰৰ লগত কূটনৈতিক সম্পৰ্ক স্থাপন কৰিব পাৰে।

১৯৩৬ চনৰ সংবিধানে ছোভিয়েট ইউনিয়ন এখন কৃষক আৰু শ্ৰমিকৰ সমাজবাদী ৰাজ্য বুলি স্পষ্টভাৱে ঘোষণা কৰিছে। "সমৰ্থ অনুসৰি প্ৰত্যেকৰ পৰা ৰৰঙণি সংগ্ৰহ আৰু আৱশ্যক অনুযায়ী বিতৰণ"—সংবিধানৰ এটা মূল নীতি। সকলো সক্ষম নাগৰিকক কামৰ যোগাৰ দিয়াৰ দায়িত্ব এই সংবিধানে গ্ৰহণ কৰিছে। ৰুছ সংবিধানে ব্যক্তিগত সম্পত্তিক মানি লৈছে যদিও ইয়াৰ সীমা বান্ধি দিছে। সংবিধানৰ ১০ অনুচ্ছেদৰ দ্বাৰা ৰুছ চৰকাৰে নাগৰিকসকলৰ নিজস্ব শ্ৰমেৰে অৰ্জ্জা আৰু সাঁচতীয়া ধনৰ মালিকী স্বত্ব, তেওঁলোকৰ বাসস্থান, ঘৰুৱা ব্যৱহাৰ্য্য সামগ্ৰী, উত্তৰাধীকাৰ সূত্ৰে পোৱা ব্যক্তিগত ধন আদিক ৰক্ষা কৰাৰ দায়ীত্ব লৈছে।

ৰুছ সংবিধানত নাগৰিকসকলৰ অধিকাৰ আৰু দায়ীত্বসমূহৰ এখন তালিকা অন্তৰ্ভুক্ত কৰা হৈছে। এই তালিকাত নাগৰিকসকলৰ কামৰ অধিকাৰ ( Right to work ) স্বীকাৰ কৰি লোৱা হৈছে। ইয়াৰ উপৰিও বিশ্ৰাম লাভৰ অধিকাৰ ( Right to rest and Leisure ) বৃদ্ধ, ৰুগীয়া আৰু অক্ষমলোকৰ অৰ্থনৈতিক নিৰাপত্তা আৰু সকলো নাগৰিক শিক্ষাৰ ব্যৱস্থা কৰি দিয়া আদি দায়িত্ব সংবিধানে ইউনিয়ন চৰকাৰক দিছে।

ৰুছিয়াৰ প্ৰশাসন পদ্ধতিক ছোভিয়েট পদ্ধতি বোলা হয়। ছোভিয়েট ফেডাৰেশ্যনৰ বিভিন্ন ৰাজনৈতিক গোটসমূহ ছচিয়েলিষ্ট ছোভিয়েট গণৰাজ্য বুলি জনাজাত। ছোভিয়েট হৈছে এখন কাউন্সিল বা বিধান সভা। জনসাধাৰণে বাছি পঠোৱা প্ৰতিনিধিৰেই ছোভিয়েট গঠিত হয়। ছোভিয়েটসমূহে ১৯০৫ চনৰ জনজাগৰণৰ সময়তেই জন্মলাভ কৰিছিল। সেই সময়ত ক্ৰান্তিকাৰী জনতাই সমবেত হৈ ভৱিষ্যতৰ আঁচনি গ্ৰহণ কৰিছিল। এয়েই কালক্ৰমত সংবিধানিক মৰ্য্যদা লাভ কৰিলে; কিয়নো এই ছোভিয়েটসমূহ কমিউনিষ্ট নীতিৰ লগত বজিতা খাই পৰিল।

©KKH Library, JBC

কছু সংবিধানৰ পৰ্য্যালোচকসকলৰ মতে ছোভিয়েট সমূহে কেৱল ৰাজকাৰ্য্যতেই অংশ গ্ৰহণ নকৰে; ইয়াৰ উপৰিও কমিউনিষ্ট পাৰ্টিৰ কাম-কাজতো এইসমূহে সক্ৰিয় ভাগ লব লাগে। ৰাজ্যৰ উধৰ পৰা মূধলৈকে বিভিন্ন স্তৰত অৰ্থাৎ গাওঁ নগৰ, জিলা সমূহত একো একোখন বেলেগ ছোভিয়েট থাকে। ১৯৩৬ চনত নতুন সংবিধান গ্ৰহণ কৰাৰ আগেয়ে নগৰ আৰু গাওঁসমূহৰ বাহিৰে সকলো ক্ষেত্ৰতেই পৰোক্ষ ( indirect ) নিৰ্ব্বাচনৰ ব্যৱস্থা আছিল। ১৯৩৬ চনৰ পাচত সকলো ক্ষেত্ৰতেই প্ৰত্যক্ষ ( direct ) নিৰ্ব্বাচনৰ ব্যৱস্থা কৰা হৈছে। নগৰ আৰু গাৱঁৰ জন-সাধাৰণে নিজৰ এলেকাৰ ছোভিয়েটৰ বাহিৰেও উচ্চ পৰ্য্যায়ৰ ছোভিয়েটলৈ প্ৰতিনিধি নিৰ্ব্বাচন কৰিব পাৰে। ছোভিয়েটৰ কৰ্ম্মকৰ্ত্তা নিৰ্ব্বাচন প্ৰতিনিধি সকলেহে কৰিব পাৰে। ছোভিয়েটৰ কাৰ্য্যকাল দুবছৰ।

১৯৩৬ চনৰ সংবিধানে ১৮ বছৰ হোৱা সকলো নাগৰিককে ভোট দানৰ ক্ষমতা দিছে। জাতি, ধৰ্ম্ম, শিক্ষা আৰু সম্পত্তি আদিৰ বাধা উঠাই দিয়া হৈছে। ৰাজনৈতিক ক্ষমতা সকলো নাগৰিককে সমানে দিয়া হৈছে। সংবিধানৰ ১৩৭ অনুচ্ছেদে পুৰুষৰ লগত নাৰীক সমানে ৰাজনৈতিক ক্ষমতা দিছে। এনেবিলাক বিষয়ত ছভিয়েট ৰুছিয়াই প্ৰকৃততে অন্যান্য দেশক বাট দেখুৱাইছে। এটাইবিলাক ছোভিয়েটৰ ওপৰত এখন ছুপ্ৰিম বা সৰ্ব্বোচ্চ ছোভিয়েট আছে। সংবিধানৰ ১৪ অনুচ্ছেদে জাপি দিয়া সকলো দায়িত্ব বহন কৰে এই ছুপ্ৰিম ছোভিয়েটে এই ছোভিয়েটত দুখন সদন আছে। এখন কাউন্সিল অব নেশ্যান বা ইউনিয়ন ( নিম্ন সদন ) আৰু আনখন কাউন্সিল অব নেশ্যনেলিটিজ ( উচ্চ সদন )। প্ৰথমখন সদনে সমগ্ৰ ছোভিয়েট ইউনিয়নৰ নাগৰিকসকলক প্ৰতিনিধিত্ব কৰে। ইখন সদনে ৰাজ্যসমূহ আৰু বিভিন্ন অঞ্চলৰ প্ৰতিনিধিত্ব কৰে। দুয়োখন সদনৰে কাৰ্য্যকাল চাৰি বছৰ। সদন দুখনৰ সমান অধিকাৰ আৰু ক্ষমতা আছে। বিল এখন আইনত পৰিণত হবলৈ সদস্যসকলে নিজৰ নিৰ্ব্বাচন সমষ্টিৰ লগত সম্পৰ্ক ৰাখিব লাগে। নিজা সমষ্টিৰ অৱস্থাৰ বিষয়ে সদনত এটা টোকা দাখিল কৰিব লাগে। মস্কোৰ পৰা উলটি আহি ছুপ্ৰিম ছোভিয়েটৰ কাৰ্য্যবিৱৰণীৰ লগত জনসাধাৰণক পৰিচয় কৰি দিব লাগে। কাৰ্য্য সুচাৰুৰূপে পালন কৰিবলৈ অপাৰগ হলে পুনৰ ঘুৰাই অনাৰ ভয় তেওঁলোকৰ সদায় থাকে।

### প্ৰশাসনৰ অন্যান্য মাধ্যম

ছুপ্ৰিম ছোভিয়েটৰ উপৰিও এখন প্ৰেছি-ডিয়াম আছে। সংবিধানৰ ৪৮ অনুচ্ছেদত ইয়াৰ গঠন প্ৰণালী আৰু ৪৯ অনুচ্ছেদত ইয়াৰ কাৰ্য্য কি হব সেইবিষয়ে ব্যৱস্থা দিয়া হৈছে। প্ৰেছি-ডিয়ামৰ সদস্য এজন সভাপতি, ১৬ জন সহ সভাপতি আৰু এজন সম্পাদক আৰু ২৪ জন আন সভ্য। এই সকলক সদনৰ যুটীয়া সভা এখনে নিৰ্ব্বাচিত কৰে। ছুপ্ৰিম ছোভিয়েটৰ এখন সভা বহাৰ পৰা আনখন সভা বহালৈ এই কালছোৱাত ইয়াৰ সকলো কাৰ্য্য পৰিচালনা কৰে প্ৰেছিডিয়ামে। ছুপ্ৰিম ছোভিয়েট প্ৰেছি-ডিয়ামৰ ওচৰত দায়ী থাকে। প্ৰেছিডিয়ামে বহুমুখী কাৰ্য্য সম্পাদন কৰিব লাগে। সময়ত

©KKH Library, JBC

ই আইন সংক্ৰান্ত কাৰ্য্যত জড়িত হয়। কিয়নো প্ৰচলিত বিধি বিধানৰ বাখ্যা ইয়েই কৰিব লাগে। সদন দুখন পাৰস্পৰিক বিৰোধিতাৰ সন্মুখীন হৈ অচল হৈ পৰিলে ইয়াক ভঙ্গ কৰি নতুন নিৰ্ব্বাচনৰ দিহা প্ৰেছিডিয়ামে কৰিব লাগে। বিভিন্ন গণৰাজ্য সমূহে কৰা সিদ্ধান্ত ই বাতিল কৰিব পাৰে আৰু মন্ত্ৰী সভাৰ সদস্যসকলক আঁতৰাই নতুন সভা নিয়োগ কৰিব পাৰে।

ৰুছিয়াৰ মন্ত্ৰী পৰিষদ কাউন্সিল অব পিপোলছ কমিছাৰছ ছোভিয়েট ইউনিয়নৰ সৰ্ব্বোচ্চ প্ৰশাসনীয় মাধ্যম ( Administrative organ )। মন্ত্ৰী পৰিষদ গঠন কৰে সদনৰ যৌথ সভা এখনে। সংবিধানৰ ৬৮ অনুচ্ছেদে ইয়াৰ হাতত থকা ক্ষমতাৰ বাখ্যা দিছে। মন্ত্ৰী সভাৰ সদস্য দুই প্ৰকাৰৰ। কেতবিলাকে (All union Commissar's ) গোটেই দেশৰ স্বাৰ্থ জড়িত বৈদেশিক প্ৰতিৰক্ষা আদিতঃ ফেডাৰেল বিষয় সমূহ পৰিচালনা কৰে। আৰু আন কেতবিলাক মন্ত্ৰীয়ে ( Union Republican people's Commissars) গণৰাজ্য সমূহৰ বিভিন্ন প্ৰশাসনীয় বিভাগবোৰৰ কাৰ্য্যৰ ওপৰত চকু ৰাখে আৰু সিবোৰৰ সমন্বয় সাধন কৰে। কিন্তু কোৱা হয় যে এই মন্ত্ৰী পৰিষদখন সদনৰ যুটীয়া সভাই গঠন কৰাৰ ব্যৱস্থা কাগজে কলমে আছে যদিও ইয়াক প্ৰকৃততে গঠন কৰে কমিউনিষ্ট পাৰ্টিৰ কেন্দ্ৰীয় কাৰ্য্যপালিকা বা পলিটবুৰই। আৰু মন্ত্ৰীসভা পলিটবুৰৰ ওচৰত দায়ী থাকে।

ৰাছিয়াৰ ভাগ্য বিধাতা

কিন্তু এই সকলো প্ৰশাসনীয় মাধ্যমেই এটা ছত্ৰৰ ছাঁয়াত আশ্ৰয় লব লগা হৈছে। সি হৈছে কমিউনিষ্ট পাৰ্টি। ৰুছ প্ৰশাসনত কমিউনিষ্ট পাৰ্টিৰ একচেতীয়া অধিকাৰ স্থাপিত হৈছে। ৰুছিয়াত আন ৰাজনৈতিক দল নাই আৰু গঠন কৰাৰো অধিকাৰ নাই।

কছিয়াৰ কমিউনিষ্ট পাৰ্টি পৃথিবীৰ এটা লেখত লবলগীয়া ৰাজনৈতিক দল! ইয়াৰ নিয়মানুবৰ্ত্তিতা আৰু শৃঙ্খলাৰ উদাহৰণ আন কোনো দেশৰ ৰাজনৈতিক দলতে দেখা নাযায়। ৰুছ কমিউনিষ্ট পাৰ্টি লেলিনৰ একান্ত পৰিশ্ৰমৰ ফলত গঠন হোৱা এটা দল। এই পাৰ্টিৰ পুৰণা নাম বলশ্বেভিক পাৰ্টি আছিল। ৰুছ কমিউনিষ্ট পাৰ্টিয়ে সভ্য সংখ্যালৈ চকু নিদিয়ে—দিয়ে যোগ্যতালৈ। সভ্যসকলে মাৰ্ক্সবাদ অধ্যয়ন কৰিব লাগে। আৰু লেনিনবাদী প্ৰবৰ্ত্তিত নীতিক সৰ্ব্বান্তঃকৰণে সমৰ্থন কৰিব লাগে। সভ্যসকলৰ ব্যক্তিগত চৰিত্ৰৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হয়।

পাৰ্টি সংগঠনৰ নিম্নতম স্তৰত থাকে প্ৰাথমিক কমিটি। তিনিজন সক্ৰিয় সভ্যক লৈয়েই একোখন প্ৰাথমিক কমিটি গঠন কৰিব পাৰি। প্ৰাথমিক কমিটি গাৱঁত, সমবায় দোকানত, কাৰখানাত, ফাৰ্মত বা শিক্ষানুষ্ঠানত গঠন কৰা হয়, একেবাৰে মুধচত থাকে ইউনিয়ন কংগ্ৰেছ। ( All Union Congress )। নিয়মমতে কংগ্ৰেছৰ অধিৱেশন বছেৰেকত এবাৰ বহিব লাগে। কংগ্ৰেছে এখন কেন্দ্ৰীয় কমিটি গঠন কৰি দিয়ে। আৰু এই কেন্দ্ৰীয় কমিটিৰ সভ্য-সকলে পলিটবুৰ আৰু অন্যান্য শাখা সমিতি গঠন কৰে। পলিটবুৰই পাৰ্টিৰ আটাইতকৈ শক্তিশালী কমিটি। পাৰ্টিৰ মুখিয়াল লোকসকল

©KKH Library, JBC

এই পলিটবুৰৰ সভা ; সেই কাৰণেই প্ৰশাসনৰ বাঘজৰীও ইয়াৰ হাতত। ইয়াৰ উপৰিও পাৰ্টিৰ প্ৰভাৱত যুৱক অনুষ্ঠান আছে।

কছ সংবিধান সংঘাত্মক ( federal ) নে একাত্মক ( Unitary ), কছ প্ৰশাসন অতিশয় কেন্দ্ৰীভূত হয়নে নহয়, কছিয়াত গণতন্ত্ৰ জীয়াই আছেনে নাই আদি কেতবিলাক প্ৰশ্ন কছ প্ৰশাসন পদ্ধতিৰ বিষয়ে আলোচনা কৰিলে সাধাৰণতে মনলৈ আহে। গণতন্ত্ৰৰ প্ৰচলিত অৰ্থত কছ প্ৰশাসনক গণতান্ত্ৰিক বুলিব নোৱাৰি। মাৰ্ক্সৰ সৰ্ব্বহাৰাৰ একনায়কত্বক দলীয় একনায়কত্বলৈ ৰূপান্তৰিত কৰি গণতন্ত্ৰক বহু দূৰলৈ আঁতৰাই পঠোৱা হৈছে বুলি সমালোচনা কৰা হয়। ই হয়তো তেওঁলোকৰ নিজস্ব ধৰণৰ গণতন্ত্ৰ। কছ প্ৰশাসনক সমালোচনা কৰাৰ বহল থল অৱশ্যে নোহোৱা নহয় ; কিন্তু সমালোচনাৰ মেৰপাকত সোমোৱা আজি আমাৰ অভিপ্ৰায় নাই।

এই চমু চিনাকিয়ে বিস্তৃত বিশ্লেষণৰ পথ সুগম কৰিব বুলি আশা ৰাখিছো। বহল দৃষ্টি-ভঙ্গীৰে কছ প্ৰশাসন পদ্ধতিক চালি জাৰি চোৱাৰ দায়ীত্ব ছাত্ৰ সমাজকে দিছো।

—০:*:০—

*নিৰ্চিনা প্ৰেমৰ কবিতা :—*

# সবিতালৈ

—অমৰ—

সঁচা মাখোন, ৰাতিৰ আকাশ ফুল, আদাম আৰু ঈভৰ বাসনা।
আৰু সঁচা আকাশৰ অচিনাকি ছবি, তুমি মাথো নিমাতী সাখী।
দেখা নাই ?
বনৰীয়া পৃথিবীৰ হাতৰ খলমা তেজ এতিয়াও মোঁচা হোৱা নাই।
ইতিহাস তুমিয়েই জানা।.......
"আহিলো বহুত"
গৰ্ব্ব কৰি উভতি চালো : আমিচোন অহাই নাই
দিয়া মৰমী, দিয়া দেখুৱাই—
জীৱন বিছাৰি কোন পথে যায় !

অতীতক নেপাহৰা পাহৰি :–

# যতীন্দ্ৰ নাথ দুৱৰাৰ কবিতা

[ চমু আলোচনা ]

শ্ৰীপ্ৰফুল্ল ৰাজগুৰু

অসমীয়া ৰোমাণ্টিক কাব্যধাৰাক যি কেইজন কবিৰ কাব্য বন্দনাই সাৱলীল গতিত আগবঢ়াত ইন্ধন যোগালে সেই কেইজনৰ ভিতৰত যতীন্দ্ৰ নাথ দুৱৰা অন্যতম। অসমীয়া কোনো কাব্যামোদীকে দুৱৰা কাব্যৰ লগত পৰিচিত কৰি দিয়াৰ আৱশ্যকতা নাই। আনহাতে দুৱৰা কাব্যৰ লগত নিজে সম্পূৰ্ণ পৰিচিত বুলি দাবী কৰিবও নোখোজো; কিন্তু ভাল পোৱা জনৰ বিষয়ে দুআষাৰ কোৱাৰ, দুআষাৰ লিখাৰ যি অনাবিল আনন্দ তাক জানো সহজে পৰিহাৰ কৰিব পাৰি? সেয়েহে এই বিষয়ে আলোচনা কৰিবলৈ যোৱা ধৃষ্টতা বুলি জানিও দুআষাৰ লিখাৰ চেষ্টা কৰিছো।

যতীন্দ্ৰনাথ দুৱৰা, অধ্যক্ষ হেম বৰুৱাৰ ভাষাতে, "অসমীয়া ৰোমাণ্টিক কাব্যধাৰাৰ খৰ সোঁতত উটি অহা সোণশিৰিৰ সোণ, দুৱৰা প্ৰণয়-কবি হিচাপে অসমীয়া ৰোমাণ্টিক সাহিত্য আন্দোলনৰ মিহি প্ৰকাশ।" অসমীয়া কাব্য আকাশত ৰোমাণ্টিক যুগটো সন্ধিয়া আকাশৰ শুকতৰা। প্ৰেম এই যুগৰ কাব্যৰ প্ৰধান উপজীব্য। যি কেইজন প্ৰেমৰ কবিয়ে কাব্য ৰসেৰে অসমীয়া সাহিত্যত উখল-মাখল লগাই আগ শাৰীৰ স্থায়ী আসন ললে সেই কেইজনৰ ভিতৰত, যতীন্দ্ৰনাথ দুৱৰা, ৺গনেশ গগৈ আৰু দেৱকান্ত বৰুৱা অন্যতম। প্ৰেমেই আটাই কেউজন কবিৰে কবিতাৰ প্ৰধান বিষয়-বস্তু হলেও, প্ৰত্যেক জনৰেই স্বকীয়া বৈশিষ্ট্যও আছে—স্বকীয়া সপোন আছে।

দুৱৰাও নিজ বৈশিষ্ট্যপূৰ্ণ প্ৰণয় কবি—যাৰ "কণ্ঠত কেতেকীৰ সুৰ, চকুত নিয়তিৰ করুণ উল্লাস।" দুৱৰাৰ 'আপোন সুৰত' আমি সঁচাকৈয়ে হওঁ আপোন পাহৰা, 'বন ফুলৰ' দুষ্প্ৰাপ্য গোন্ধৰ সৌৰভত আমি হৈ পৰো উন্মনা। জীৱন ৰহস্যৰ কাৰুণ্যৰে ভৰপূৰ দুৱৰাৰ কবিতা, অসমীয়া মনিষী ডাঃ কাকতীয়ে কোৱাৰ দৰে, "বুকুৰ তপত তেজৰ উমনি দি সজীৱ কৰা।" সেয়েহে তেখেতৰ কবিতা আমাৰ ইমান আপোন—ইমান অন্তৰস্পৰ্শী।

যতীন্দ্ৰ নাথ দুৱৰাৰ কবিতাৰ প্ৰধান বৈশিষ্ট্য হল, তেখেতৰ সহজ সৰল ভাষা—য'ত জটিলতা নাই, নিষ্ঠুৰ বাস্তৱৰ চেঁচা পৰশ নাই, আছে অন্তৰৰ কোমলতা আৰু বেদনাৰ গধূৰ বোজা। তেখেতৰ কবিতাৰ ভাষা "শিশুৰ দৰে সৰল, স্বভাৱ সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ।" আকৌ ডাঃ কাকতিৰ ভাষাতে—"দুৱৰাৰ কবিতা ৰচনাৰ

©KKH Library, JBC

সৌষ্ঠৱ, ভাষাৰ মৃদু ব্যঞ্জনা আৰু ৰূপৰ বিচিত্ৰ সমাবেশত সোণৰ কাঠামোৰে বন্ধোৱা।" পাহৰি যাব খোজা অসমীয়া বনগীতৰ সুৰ যেন দুৰৰা কাব্যত চমকপ্ৰদ ছন্দত প্ৰতিধ্বনিত হৈছে আৰু তেখেতৰ কবিতাক এই সুৰে গীতি কবিতাৰ শাৰীলৈ তুলিছে।

কোন কবিয়ে দুৰৰাক বিশেষ ভাৱে প্ৰভাৱান্বিত কৰিছে, এই কথা কবলৈ আমি শঙ্কা বোধ কৰো। কিন্তু এই কথা ঠিক যে ইংৰাজী শিক্ষাৰে শিক্ষিত দুৰৰাৰ ওপৰত দুই এজন ইংৰাজ প্ৰণয় কবি, আৰু ওমৰ খায়ামৰ অপূৰ্ব্ব ভাওনী কৰেঁাতা এই কবিজনৰ ওপৰত, ওমৰৰ জীৱন-দৰ্শনে প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। কিন্তু অনুভূতিৰ মিল থাকিলেও সকলো ক্ষেত্ৰতে যে দুৰৰাৰ মৌলিকতা বিৰাজমান এই কথা অস্বীকাৰ কৰিব নোৱাৰি। তেখেতে নিজেও কৈছে— "বনগীতৰ পৰা শ্বেলীলৈকে, ওমৰ খায়ামৰ পৰা জাৰ্ম্মান কবি হাইনলৈকে সকলোৰে ফুলনিত মই বিচৰণ কৰিছো। কিন্তু যদি ক'ৰবাৰ পৰা এটি তলসৰা ফুল আনিছো; তাক মোৰ প্ৰাণেৰে ৰহনাই তুলিবৰ বাবে সদায় যত্ন কৰিছো।" অধ্যক্ষ হেমবৰুৱাই অৱশ্যে কব খোজে যে "দুৰৰাৰ কাব্য-দেউল শ্বেলী, টেনিচন, ওমৰ আদিৰ ভাড়ি অনা মণি-মুকুতাৰে উজ্বল।" সেই সকল কবিৰ কবিতাৰ লগত সম্যক পৰিচয় নথকাকৈ আমি সেই সকলৰ সৈতে দুৰৰাক তুলনা কৰিবলৈ সাহস নকৰো। কিন্তু শ্বেলীৰ কাব্যৰ লগত যে দুৰৰা-কাব্যৰ ভালেখিনি সাদৃশ্য আছে এই কথা অস্বীকাৰ কৰিব খুজিলে ভুল কৰা হ'ব। তলৰ কবিতা ফাকিয়ে এই কথাৰ সত্যতা প্ৰমাণ কৰিব—

"লয় পায় মলয়াৰ মেলা
লাহে লাহে তটিনী বুকুত,
উৰি যায় গোলাপৰ গোন্ধ
ছবি যেন সপোন মাজত।"
(দুৰৰা)

"The wandering airs they faint
On the dark, the silent stream.
The Champak odours fail
Like sweet thoughts in a dream."
(Shelley)

টেমছ্ নদীৰ পাৰৰ কাব্য সুৰে এইদৰে লুইতপৰীয়া কবিক প্ৰেৰণা যোগালে।

দুইজন কবিৰ অনুভূতিৰ এনে মিল থাকিলেও তেওঁলোকৰ দৃষ্টি-ভঙ্গীৰ বহুত পৰিমাণে পাৰ্থক্য আছে। শ্বেলীৰ যি বৈপ্লৱিক দৃষ্টি-ভঙ্গী তাৰ চিন মোকাম দুৰৰা কাব্যত নাই। আন হাতে দুৰৰাৰ ভিতৰৰ সহজ সৰল মানুহজন আৰু প্ৰণয়সুখীয়া আত্মাই তেখেতৰ কাব্যত ভুমুকি মাৰিছে।

দুৰৰা প্ৰধানতঃ প্ৰেমৰ কবি। যৌৱনৰ প্ৰথম উন্মেষতে কবিয়ে কোনোবা গাভৰুক বুকুৰ সকলোখিনি ভাল পোৱা দি, আপোন কৰি লবলৈ বিচাৰিছিল, কিন্তু নাপালে। কবিৰ বুকু উদং কৰি, মৰমৰ কোনো প্ৰতিদান নিদি মানস প্ৰতিমা আঁতৰি গ'ল। কল্পনাৰ সেই প্ৰতিমা বাস্তৱত আৰু গঢ় লৈ নুঠিল। অভিমানত, বেদনাত, কবিৰ অন্তৰ ভাগি পৰিল। হেৰাই যোৱা অতীতৰ স্মৃতি বিজড়িত দিনবিলাকৰ সোঁৱৰণীকে লৈ কবি সীমাহীন 'নজনা বাটত' আগুৱাই গ'ল—

©KKH Library, JBC

*আজিৰ কবিয়ে লিখে—*

# আঘোণী

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য

সেউজীয়া আঘোনীৰ ওৰণি-তলৰ হাঁহি মোলান পেলালে
চোৰ মহাজনবোৰে গাড়ীত বোজাই কৰি লৈ গ'ল ধান
এৰি গ'ল চকুপানী আৰু মেলেৰীয়া।

কাষৰ দ'লৰ পৰা ডবা-কাঁহ বাজে ঘনে ঘনে
চৰকাত মৰা গৰুবোৰে যেন গীত গায় অদূৰে অদূৰে
ইমান নিস্তব্ধ এই বৰগছ জোপা, মলয়াতো কঁপা নাই পাত
ওলমি ওলমি আছে তেজপিয়া ভূতবোৰ গাড়ীৰ চকাত।

মৃত্যুৰ আন্ধাৰ আহি ঢাকে মন, ঢাকে বন, ঢাকে গাড়ীখন
দূৰৰ ধানৰ কলে এচমকা ধোঁৱা তুলি মাতিছে সঘন
বেলৰ চকাত ঘূৰে নিৰ্ম্মালি গাৱঁৰ এই পথাৰৰ ধন
জালানৰ দলে গণে টকা গনেশৰ, আজি যে পাৰ্ব্বন।

আমাৰ সুপ্তিৰ জানো আছে জাগৰণ বাৰু আগত পুৰাত
আছে জানো নদন-বদন এটি ধুনীয়া আঘোণ কৰবাত
আছে নে আছে নে বাৰু ফুল তৰা পখিলাৰ গোপন বিহাৰ
আছে নে কমোৱা তুলা—মৰমৰ কোমলত ফুলা অভিসাৰ।

কিমান ৰ'দেৰে আৰু কিমান বৰ্ষাৰে
কিমান নাঙল আৰু কিমান বোৱনী হ'লে আঘোণ পোৱাতী হয়
কিমান কাৰাত থলে কিমান দস্যুক শান্তিৰে ভৰাল পূৰ হয়
কিমান কিমান দিন ৰ'লে চকুপানী মেলেৰীয়া মৰে
কিমান শক্তিৰে বাৰু এই মাটি, এই ধৰা গঢ়ে!
—কৰিছো হিছাপ।

এতিয়া কেৱল জানো, ধানত লুকাই থাকে প্ৰাণৰ উত্তাপ
আৰু জীৱনৰ জিজ্ঞা।
কাৰউ কৰিছো, অলপ নীৰলে ধান কাটিব'লে দিয়া।

সকলো সামৰি লৈ
আগুৱাওঁ নজনা বাটত
কোনে ক'ব ক'ত তাৰ সীমা ?
হেৰুৱাই জীৱনৰ মধুৰ মহিমা।
( জীৱন মহিমা—'বনফুল' )

কবিৰ মৰম আকলুৱা অন্তৰখনে আন এখনি অন্তৰৰ মৰম পাবলৈ ব্যাকুল হৈ পৰিল। কোনোবা এক ম্লান সন্ধিয়াত কবিৰ মৰমী প্ৰিয়া কাষ চাপি আহিল—এটি মাত্ৰ চেনেহৰ চুমা যাচি, বতাহৰ দৰে নিমিষতে আহি নিমিষতে আঁতৰি গ'ল—

সেই দিনা সন্ধিয়াৰ আন্ধাৰ তলিত
চেনেহৰ চুমাটি যাচিলা,
বতাহৰ স'তে আহি বতাহৰ দৰে
নিমিষতে কেনি আঁতৰিলা।
( সুখৰ সপোন, 'আপোন সুৰ' )

হুৰবা অতীতৰ কবি—হুৰবা সপোনৰ কবি। সপোনতে কবিয়ে কল্পনাৰ সৰগ ৰচিছে। কল্পনা ৰাজ্যত ফুলা সুৱদী কুসুম পাহি দিঠকৰ নিষ্ঠুৰ পৰশত অকালতে মৰহি যাব বুলি কবি শিয়ঁৰি উঠিছে। হেজাৰ নোপোৱাৰ মাজতো কবিৰ আশাবাদী জীৱনটোৱে সপোনক অসাৰ বুলি ভাবিবলৈ টান পাইছে—

নকবা চকুলো টুকি সপোন অসাৰ
মুতুলিবা ঢউ নিৰাশাৰ
দিঠকৰ দানৱৰ নিকৰুণ পৰশত
নেভাঙিবা কবি চুৰমাৰ
সপোনৰ সৰগ আমাৰ।
সপোনতে ফুলে যেন জীৱনৰ ফুল।
সপোনতে মিলি যক জীৱনৰ ইকূল-সিকূল
তুমি মোৰ নেভাঙিবা ভুল।
( তুমি মোৰ নেভাঙিবা ভুল, 'বনফুল' )

অতীতৰ স্মৃতিৰে জীয়াই থাকিব খোজা কবিজনে কোনো এটি মধুৰ জোনাক নিশাৰ কল্পনা কৰিছে—যিদিনা তেওঁৰ মানস প্ৰতিমা আছিল নিচেই কাষতে।

মৰমী প্ৰিয়াৰ মধুৰ পৰশত কবিৰ প্ৰাণত উঠিছিল বাধাহীন জোৱাৰ। ওপৰত অন্তহীন নীলা আকাশ, তলত দুবৰিৰ দলিচা আৰু কাষেদি বৈ যোৱা—

জুৰিৰ পাৰত তুমি আৰু মই
বুকুত মৰুৰ তৃষা
কোনোবা জোনাক নিশা।
সুনীল আকাশখনি,
তলত কোমল দুবৰি দলিচা
কাষত মধুৰ বাণী
সুনীল আকাশখনি।
( সমৰ্পণ-বনফুল )

এই কবিতাই আমাক মনত পেলাই দিয়ে ওমৰ খায়ামৰ—

সেই নিৰলাত থাকিম নিজানে
কাষত তোমাৰ মধুৰ গান
ৰুটি এটুকুৰা সুৰাৰ পিয়লা
কবিতা কুৰঁৱী আকুল প্ৰাণ।
( ওমৰ তীৰ্থ )

কিন্তু কবিৰ সেই কল্পনা, কল্পনাতেই শেষ হৈ গ'ল—নিষ্ঠুৰ বাস্তৱে উপহাসৰ হাঁহি মাৰিলে। তেওঁৰ মানস প্ৰতিমাই এৰি যোৱা সকৰুণ স্মৃতিখিনিৰ বাহিৰে একোৱেই নাথাকিল। সেই বীণখনি আৰু তাৰ সকৰুণ সুৰৰ স্মৃতিকে লৈ চকুপানী টুকি টুকি কবি জীয়াই থাকিল—

©KKH Library, JBC

থাকো বীণধ্বনি বাই
উঠে দিনে ৰাতি করুণ বিননি
হিয়া মোৰ ভাগি যায়
থাকো বীণধ্বনি বাই।
( সমৰ্পণ 'বনফুল' )

সপোনৰ কবি এই দুৱৰা। নিষ্ঠুৰ বাস্তৱে কবিক বাস্তৱ জগতখনক ঘিণ কৰিবলৈ শিকালে। হিয়াৰ সকলোখিনি অকৃত্ৰিম ভাল পোৱা দিও, দিঠকত যাক কবিয়ে আপোন কৰি ল'বলৈ নাপালে, পালে মাথোন ভাগিছিগি চুৰমাৰ হৈ যোৱা এখনি হৃদয়, সপোনত সেই মানস প্ৰতিমাক কবিয়ে সদায় পাইছে—চিৰকাললৈ পাব। সেয়েহে কবিয়ে সপোনক সাবটি ল'বলৈ আহ্বান জনাব পাৰে—

দিঠকক আশা কৰি মিছা
নেমেলিবা হিয়াৰ দাপোন
সপোনকে লোৱাচো সাৱটি
সপোনেই তোমাৰ আপোন।
( সপোন কুঁৱৰী—'বনফুল' )

কিন্তু জীৱনৰ বিয়লি পৰত কবিৰ মধুৰ সপোনখিনিও যেন নিঃশেষ হৈ যাব খুজিছে। জীৱনৰ শেষ সীমালৈ কবি আগবাঢ়ি গৈছে। তেওঁৰ কোনো বৰ্ত্তমান নাই, ভবিষ্যতৰ কোনো মনোমোহা, প্ৰেৰণাদায়ক ছবি নাই, আছে মাত্ৰ সোঁৱৰণীপূৰ্ণ অতীত, স্মৃতিৰ শ্মশান—সেয়ে ভবিষ্যতৰ একমাত্ৰ সম্বল—

আজি এই বিয়লি বেলিকা
হেঙুলীয়া সপোনৰো ওৰ
জীৱনৰ নিজান বাটত
অতীতেই ভবিষ্যত মোৰ।
( 'অতীত ভবিষ্যত'—বনফুল )

"অতীতেই ভবিষ্যত" বুলি কোৱা কবিজনেই দেখিছে, সংসাৰৰ মৰম-স্নেহ, জীৱন-মৰণ সকলো খন্তেকীয়া। অতীতক সুঁৱৰি অন্তৰক জ্বলাই তোলাৰ সাৰ্থকতা হয়তো নাই। সেই কাৰণেই 'অতীতেই তেওঁক অবাট চিনাই' দিলে বুলি আক্ষেপ কৰি, অতীতৰ ওপৰত অভিমান কৰি, কবিয়ে অতীতক বিসৰ্জ্জন দিব খুজিছে—

সুঁৱৰি সুঁৱৰি কিয় অতীতৰ স্মৃতি
মিছাতেই নিজে দুখ পোৱা
মুখনি মোলান কিয়, মিছাতে চকুলো
অতীতক পাহৰি পেলোৱা।
( অতীতক যোৱাহে পাহৰি )

ওমৰেও কৈছিল—

Unborn tomorrow, Dead yesterday
Why freet about them if today be
sweet ?

কিন্তু কবি উপায়হীন, কাৰণ বৰ্ত্তমানো তেওঁৰ মধুময় নহয়, বিষাদেৰে ঢকা। অতীতক বাদ দি তেওঁ জানো জীয়াই থাকিব পাৰিব ? অতীতৰ ভালপোৱা জীৱনৰ ইতিহাসে, তেওঁক ঘনে ঘনে ব্যাকুল কৰি তোলে। সেয়েহে "অতীতক যোৱাহে পাহৰি" বুলি কোৱাৰ পিচতেই—

'চেনেহৰ সখা মোৰ শেষ অনুৰোধ
অতীতক নেযাবা পাহৰি।'

বুলি কবলৈ কবিয়ে প্ৰয়াস পাইছে ; কাৰণ জীৱন পথত আগ বাঢ়িবলৈ জীৱনটোক মধুৰ কৰি লবই লাগিব। খায়ামে 'সুৰা' আৰু 'চাকি'ৰে জীৱন সুমধুৰ কৰিলে। দুৱৰাই কৰিব খুজিলে, হেৰাই যোৱা অতীতৰ খন্তেকীয়া সুখ স্মৃতিবোৰৰ টুকুৰাবোৰ বুটলি লৈ।

জীৱনৰ সকলো ব্যৰ্থতা, সকলো বেদনাই কবিৰ অন্তৰত এক গভীৰ ৰেখা বহুৱাইছে। তাৰ চাপ পৰিছে "শূন্য পৰিচয়" কবিতাত। তেওঁৰ জীৱনত ভাগ্যৰ আশীৰ্ব্বাদ নাই, আশাৰ ৰেঙণি নাই—আছে কেৱল জীৱন জোৰা ব্যৰ্থতা আৰু বেদনা।

©KKHLibrary,JBC

তেওঁৰ বেদনাক্লিষ্ট জীৱনৰ হুমুনিয়াহত কাৰো যেন সহানুভূতি নাই। সেই কাৰণে মানুহৰ ভাল পোৱাত কবিৰ আস্থা হেৰাইছে, কবিৰ হাঁহি উঠিছে—

তুমি মোক ভাল পোৱা শুনিলেও হাঁহি উঠে
হ'ব পাৰে ইও এটি সপোনৰ ৰেখা,
সপোনৰ শেষ হ'লে মোহজাল আঁতৰিলে
তুনাই এনুৱা ভাবে দিবা জানো দেখা ?
(শূন্য পৰিচয়)

তথাপি, এই আশা নিৰাশাৰ মাজেদিয়ে মানুহৰ জীৱনৰ যাত্ৰা পথ। সংসাৰৰ শত অৱহেলা আওকাণ কৰি, নিজক অকলশৰীয়া কৰি আগ বাঢ়িব খুজিলেও পুনৰ আশা আছে, জুৰনিৰ কামনা আছে। অৱশেষত এইদৰে থাকোতেই মানুহৰ জীৱন বন্তি নিৰ্ব্বাপিত হৈ পৰিব— জীৱনৰ বোজা ক'ৰবাত খহি পৰিব—

এনেদৰে থাকোতেই হঠাতে এদিন আহি
কাল পছোৱাই দিব চাকিটি নুমাই
নিচিনা বাটেদি মোক নজনা দেশৰ পিনে
নিয়ঁতিয়ে হাত ধৰি নিব আগুৱাই।
(শূন্য পৰিচয়)

সেইদৰে কবি দেৱকান্তই কৈ উঠিছে—'তুমি আৰু মই সজা প্ৰেমৰ পৃথিবীখনি মৃত্যু তাৰ সীমা।' আকৌ চেমছ পাৰৰ কবিৰ কণ্ঠতো ধ্বনিত হৈছে—

Invulnerble nothings,—we decay
Like corpses in a charnel; fear and grief
Convulse us and consume us day by day
And cold hopes swarm like worms within our living clay.
(Shelley)

জীৱনৰ যাত্ৰা পথত কবিজন অকলশৰীয়া —লগৰী হেৰুৱাই ঘূৰি ফুৰা অসীম পথৰ যাত্ৰী। বিৰহত কবিৰ অন্তৰত চিতা জুই জ্বলিছে, তিলে তিলে দগ্ধ হৈ গৈছে যেন হৃদয়ৰ প্ৰতি গছি তাঁৰ। কবিয়ে এই বেদনাক 'সময়ৰ প্ৰতিশোধ' বুলি লৈ জীৱন সোঁতত যেনি তেনি উটি যাবলৈ বিচাৰিছে। তুৰবাই জানে, ইয়াক বাধা দিব পৰা শক্তি তুৰবাৰ নাই—মানুহৰো নাই। আকাশৰ সৌ তৰাজাকে যেনেকৈ চিৰ নিৰৱতাৰে মাটিৰ পৃথিবীখনলৈ চাইছে—ঠিক তেনে নিৰৱতাৰেই মানুহে সেই প্ৰতিশোধ মানি লবলৈ বাধ্য। সেই কাৰণে তেওঁ কৈছে—

সময়ৰ প্ৰতিশোধ, কোনে বাধা দিব ?
জগতত অকলশৰীয়া
যাওক উটি যেনি তেনি সোঁতৰ লগত
মেলি দিয়া নাও নাৱৰীয়া।
(অতীতক যোৱাহে পাহৰি)

জীৱনৰ বিয়লি পৰত উপনীত হৈ, সুদূৰৰ চিৰ সুন্দৰৰ অন্বেষণত কবিৰ জীৱন নাও চলিব ধৰিছে। যাত্ৰাৰ এই কৰুণ উদ্যোগত জগতৰ শত সৌন্দৰ্য্যই, শত চেনেহে তেওঁক বিজিয়াই মাতিছে। একো নোপোৱা পৃথিবীখনত বহুত যেন পাবলৈ থাকি গ'ল। সেয়েহে যাত্ৰাৰ কৰুণতাত কবি চমকি উঠিছে।

কিন্তু জীৱন মৰণৰ সীমা পাৰ হৈ সুদূৰৰ পোহৰৰ দেশলৈ যাবলৈ কবিয়ে আয়োজন কৰিছে

জগতৰ চেনেহৰ সুৰে
ৰই ৰই মাতে বিজিয়াই
নাও তাৰ চলিছে সোঁতত
সুদূৰৰ পোহৰ ধিয়াই।

* * * *

তুৰবাৰ 'আপোন সুৰ' যেনেকৈ নিৰাশাবাদৰ প্ৰতিচ্ছবি, তেখেতৰ 'বনফুল' তেনেকৈ আশাবাদী

©KKH Library, IEO

জীৱনৰ চলন্ত ইতিহাস।' অৱশেষে অধ্যক্ষ তীৰ্থনাথ শৰ্ম্মা দেৱে কোৱা কথা সঁচা যে "দুৱৰাৰ কবিতা বিলাকৰ মূল ভাব দুটা প্ৰধান ধাৰাত পোৱা যায়! প্ৰথমটোত এটা হেৰোৱা সৌন্দৰ্য্যৰ অৰ্থে আকুল সন্ধান আৰু তাৰ বাবে কবি জীৱনৰ যুগমীয়া বিৰহ।......দ্বিতীয়টিত শুনো নোপোৱা আৰু হেৰোৱাৰ বিষাদ বিননি, নিৰলাৰ শূন্য হুমুনিয়া।" সেই কাৰণে দুৱৰাৰ প্ৰতি কবিতাতে কবিৰ ব্যক্তিগত পৰিচয় বেচি পোৱা যায়।

দুৱৰাৰ কবিতাত দৰ্শনৰ হেঁচা নাই, ইবোৰ সৰল আৰু পোনপতীয়া ভাবৰ প্ৰকাশ। সেই বুলি দুৱৰাৰ কোনো জীৱন-দৰ্শন নোহোৱা নহয়। ওমৰ খায়ামৰ কবিতাৰ বিষয়ে কবলৈ যাওতে 'ওমৰ তীৰ্থ'ৰ পাতনিত দুৱৰাই লিখিছে—"এটি গভীৰ কাৰুণ্যৰে পূৰ্ণ তেওঁৰ কবিতাৰ ৰাশি। প্ৰশ্ন, অনন্ত প্ৰশ্ন, কিন্তু উত্তৰ ক'ত? উত্তৰটো তেওঁ পোৱা নাই, দিব ক'ৰ পৰা? বৈজ্ঞানিকৰ বিশ্লেষণ প্ৰথা, ভাবুকৰ সামঞ্জস্যকৰণ প্ৰথা, কবিৰ গভীৰ দৃষ্টি, দাৰ্শনিকৰ জ্ঞান সকলো গোটাই সৃষ্টিতত্বৰ গভীৰতম প্ৰদেশলৈ ওমৰে চাই দেখিলে তাৰ আদি আৰু অন্ত দুয়ো আন্ধাৰ—গভীৰ আন্ধাৰ। মানৱ মনৰ অসীমৰ প্ৰতি ব্যৰ্থ অভিযান এয়ে ওমৰ, আৰু ওমৰৰ অভিযানৰ ব্যৰ্থতাৰ কাৰুণ্যই তেওঁৰ মানৱ জাতিৰ প্ৰতি শ্ৰেষ্ঠ দান।"

এয়ে হয়তো দুৱৰাৰ জীৱনৰ, দুৱৰাৰ কাব্যৰো দৰ্শন। ইয়াৰ উপৰি তেখেতৰ অভূতপূৰ্ব্ব পুথি "কথা কবিতা"ৰ 'শিল্পী' 'ব্যৰ্থতা' 'বাটৰুৱা' আদি কবিতা তেখেতৰ কাব্য জীৱনৰে যেন স্বীকাৰোক্তি। দুৱৰাই লিখাৰ মাজত আত্ম প্ৰকাশ কৰিছে। "চাকিৰ হয়তো ইচ্ছা নহয় যে জাকে জাকে চগাই আহি তাৰ ৰূপৰ জুইত আত্মবলি দান কৰেহি—কিন্তু চগাই এই আত্ম দানকেই জীৱনৰ ধ্ৰুৱ সত্য বুলি মানি লৈছে।" (ব্যৰ্থতা), "বেজাৰ মনেৰে বাটৰুৱাই অকলে অকলে এই দীঘল বাটেদি আগবাঢ়িবলৈ ধৰিলে—দূৰ-দূৰণিৰ এটি মধুৰ সুৰে বতাহত উটি আহি লাহে লাহে যেন তেওঁক আৰু কাষলৈ টানিছে।" (বাটৰুৱা)। এয়াছোন ইয়াৰ মাজত আমি দুৱৰাকে দেখা পাইছো।

"মই অকলশৰীয়া—চিৰকালেই অকলশৰীয়া" (এহালি পাৰ)। কিয় বাৰু দুৱৰাই নিজকে ইমান অকলশৰীয়া বুলি ভাবে? কিমানবোৰ পাঠকৰ হৃদয়ে দুৱৰাক সহানুভূতি জনাইছে, কিমানবোৰে দুৱৰা কাব্যত নিজক দেখা পাইছে এইবোৰে দুৱৰাৰ অন্তৰত জানো অলপো ৰেখা পাত নকৰে? কবি দুৱৰাক ক'বৰ মন যায়, 'ককাদেউতা, আপুনি কিয় বাৰু কলং পাৰৰ সেই কবিজনৰ দৰে "আমাক পাহৰি যাব অনাগত ভৱিষ্যই" বুলি শঙ্কা কৰে? তেওঁক ভৱিষ্যতে নেপাহৰে, আপোনাৰ অতীতক আমি সদায়েই মনত ৰাখিম। আপোনাৰ অক্ষয় সৃষ্টিৰ মাজত, আপুনি কেনেকৈনো অকলশৰীয়া হ'ব?'

আজিৰ বস্তুবাদী পৃথিৱীৰ বাস্তৱ ধৰ্ম্মী কবিতাৰ যি সমাজ সচেতনতা, সি দুৱৰা কাব্যত নাই—নাথাকিবৰে কথা। কাৰণ দুৱৰাৰ পৰিবেশ আছিল সম্পুৰ্ণ সুকীয়া। তথাপি তেখেতৰ 'কথা কবিতা' সাম্প্ৰতিক অসমীয়া কবিসকলৰ প্ৰেৰণাৰ স্থল বুলি এজন খ্যাতনামা আধুনিক কবিয়ে স্বীকাৰ কৰিছে। কিন্তু "দুৱৰাৰ আদৰ্শাত্মক জগতখন বাস্তৱৰ স্পৰ্শত ধোঁৱাবলৈ ধৰে" কাৰণেই হয়তো আধুনিক কবিতাৰ দুৱৰাই নিৰাশজনক সমালোচনা কৰিবলৈ বাধ্য হৈছে। সামৰণিত বিখ্যাত লেখিকা ভাৰ্জিনিয়া উল্ফে কোৱা এষাৰ কথালৈ আঙুলিয়াব পাৰি—"The poet is a dweller in two worlds, one dying, the other struggling to be born."—দুৱৰা সেই মৃত পৃথিৱীৰ কবি, অনাগত ভৱিষ্যতৰ সপোন সনা দিনৰ কবি নহয়।

---

# তুলসী তলৰ চাকি

শ্ৰীবিষ্ণু দত্ত

'শ্যামলে' কোনেও নজগোৱাকৈয়ে সাৰ পালে। আন দিনা মনিবায়ে হেঁচুকি হেঁচুকি জগাই নিদিলে বা সি শুৱ নোৱাৰাকৈ আঠুৱা-খন ডাঙি খিড়িকীৰে পোহৰবোৰ সুমুৱাই নিদিলে ইমান সময়ত সি কোনোমতেই সাৰ নাপায়। ব্যতিক্ৰমটো দেখি সি অলপ আচৰিতেই হ'ল।

বিচনাখনত পৰিয়েই সি যোৱা নিশাৰ কথাবোৰ ভাবিবলৈ ধৰিলে। আঠুৱাখনৰ পৰা গাৰ আধাফাল উলি-য়াই সি খিড়িকীখনেদি বাহিৰৰ পোহৰবোৰ চাবলৈ চেষ্টা কৰিলে। যোৱা নিশা মনিবাইৰ উচুপি উচুপি কন্দা সুৰটো তাৰ মনৰ পৰা এতিয়াও মাৰ যোৱা নাই। মনিবায়ে কান্দিছিল। ৰিম ঝিম গতিত ডাৱৰ গলি নামি অহা বৰষুণৰ লগে লগে মনিবাইৰ চকুৰ পৰাও অবাৰিত গতিত চকুলো নামি আহিছিল। বিচনাত কাতি হৈ পৰি থাকিয়েই শ্যামলে তেতিয়া অনুভৱ কৰিছিল, উচুপনিৰ লগে লগে মণিবাইৰ গোটেই দেহাটো জোকাৰ খাই উঠিছে। কেচুৱা ছোৱালীৰ দৰে ফেকুৰি ফেকুৰি কন্দা মনিবাইক তাৰ বৰ অসহায়, —বৰ দুৰ্ব্বল যেন লাগিছিল।

সি তেতিয়া অনুভৱ কৰিছিল, সেইয়া মনিবায়ে কন্দা নাই, যুগে যুগে ভাগ্যৰ ওচৰত লাঞ্ছিতা হোৱা আদিম মানুহজনীয়ে কান্দিছে। অসহায় অৱহেলিত জীৱনৰ পৰা মুক্তি বিচাৰি নহয়, বেদনাধুসৰ জীৱনত অকণমান শান্তি বিচাৰি সেই মাজ নিশা উচুপি উচুপি কন্দা মনিবাই-জনীক অকণমান শান্তনা দিবলৈ শ্যামলৰ বৰ মন গৈছিল। তেওঁৰ চুলিৰ অৰণ্যত আঙুলি বুলাই বুলাই কবৰ মন গৈছিল, "মনিবাই তুমি নাকান্দিবা। জীৱনত তুমি কিমান-বাৰ জয়ী হলা তাৰ কথা সুঁৱৰি চোৱাঁ। কিমানবাৰ পৰাজিত হলা তাৰ কথা নালাগে। পৰাজয়বোৰ বিদ্ৰূপৰ চকুৰে চাবলৈ শিকা মনিবাই, নহলে সেইবোৰে তোমাক জনমে জনমে দেই-পুৰি মাৰিব।" কিন্তু সি একোকে নকৰিলে। মনিবাইক সি কান্দি থাকিবলৈকে দিলে। তেওঁৰ বুকুৰ কোনোবাখিনিত গোট মাৰি থকা বেদনা-বোৰ চকুৰ পানীয়ে যদি গলাই শেষ কৰিব পাৰে,—কৰক ; শ্যামলে বাধা নিদিয়ে।

বিচনাত পৰি থাকিয়েই সি বহুতপৰ ভাবিলে। তাৰ পিচত কিবা এটা ভাবি উঠি

©KKH Library.JBC

আহিল। ভৰিৰে খেপিয়াই চাই ৰবৰৰ চেন্দোল-জোৰ পিন্ধি, টুঠ্ ব্ৰাচ্ টোত পেষ্ট অকণমান টিপা মাৰি উলিয়াই লগাই ললে। তাৰ পিচত কান্ধত তাৱেলখন পেলাই লৈ বাথ্ ৰুমলৈ গল। মুখ ধুই আহি সদাই বহাৰ দৰেই সি বেতৰ চকিখনৰ বাহু এটাত ভৰি এটা ওলোমাই বহিল। কালি পঢ়া খবৰ কাগজখনকে এনেয়ে সি এবাৰ চকু ফুৰালে। তাৰ পাচত খবৰ কাগজখনৰে এটুকুৰা ফালি নাওঁ এখন সাজি সাজি মনিবাইলৈ বাট চাই থাকিল। আন দিনাও সি তেনেকৈয়ে অপেক্ষা কৰি থাকে। মুহূৰ্ত্তে মুহূৰ্ত্তে মনিবাইৰ চেন্দোলৰ অস্পষ্ট ধ্বনি আশা কৰি, বা চাহৰ কাপৰ ঠুন্ঠুননি কান পাতি শুনি তেওঁ অহালৈ বৈ থাকে। তাৰ পাচত মনিবাই চাহ লৈ সোমাই আহে। ল'ক এটুকুৰাত মাখন সানি সানি বা চাহৰ কাপৰ চেনি গলাই গলাই শ্যামলক কয়, 'সোন, অলপ বেলিকৈ বজাৰৰ ফালে ওলাই যাবাচোন, মাছ অকণ চাবাগৈ। ভাইলবোৰ দেখিলেই খং উঠা হৈছে আৰু।"

আজি কিন্তু শ্যামলে একোকে নেদেখিলে। চাহৰ কাপৰ মৃদু ঠুন্ঠুননিও নাই, মনিবাইও নাই। কাগজৰ নাওঁখন পাঁচবাৰমান সি খুলি খুলি সাজিলে, তেওঁ মনিবাই নাহিল। যথেষ্ট উদ্বিগ্নতা লৈ সি মনিবাইৰ কোঠাটোৰ ফালে আগ বাঢ়িল। শ্যামলৰ নিজকে বৰ অসমান চপৰানিত খোজ কঢ়া যেন লাগিল। এহাতেৰে পৰ্দ্দাখন ঠেলি এটা ভৰি দুৱাৰদলিটোৰ পাৰ কৰিয়েই সি বৈ গ'ল। বুকুৰ ধপ্ ধপনিটো সি ভালকৈয়ে অনুভৱ কৰিলে! কাণ দুখন গৰম হৈ উঠিল। কোঠাটোৰ ভিতৰত সি মনিবাইক বিচাৰিলে। মনিবাই তেতিয়া ৰেলিং এডালত ধৰি দূৰ আকাশলৈ চাই আছে। ৰাতিৰ ৰৰষুণৰ পাচত তেতিয়া আকাশখন বৰ শান্ত হৈ পৰিছিল। অ'ত ত'ত দুই এচমকা দিশ হেৰুওৱা ডাৱৰ আকাশৰ বুকুত ওপঙি ফুৰিছিল। ৰাতিৰ এচাৰকণি পৰা খিড়িকীৰ কাঁচবোৰত এটোপাল দোটোপাল বৰষুণ লাগি আছিল। বগা কাপোৰৰ মাজত সদ্যস্নাতা মনিবাইক শ্যামলৰ আকাশখনৰ দৰেই শান্ত যেন লাগিল। নিজেই ক'ব নোৱাৰাকৈ সি মনিবাইৰ নিচেই কাষতে থিয় দিলেগৈ। মনিবায়ে তালৈ ঘূৰি চালে বৰ করুণ ভাবে। তেওঁৰ পাষাণ গলোৱা অবুজ দৃষ্টিটো শ্যামলৰ চিনাকি যেন লাগিলেও বুজি পোৱা যেন নালাগিল।

......মনিবাই বিধবা। তেওঁৰ জীৱনৰ সেউজীয়া দিনবোৰ ক'ৰবাত হেৰাই গৈছে। ভাগ্যৰ ওচৰত তেওঁ পৰাজিতা হৈ অৱস্থাটোক মানি লৈছে। জীৱনত কোনো আশা-ভৰষা, বা আনন্দৰ উৎস নাই বুলিয়েই মনিবায়ে ভাৱে। তেওঁৰ বুকুৰ মৰমৰ মাজৰ পৰা হেৰাই যোৱা মৃত স্বামীৰ আত্মাৰ সদগতি বিচাৰি নিজৰ গোটেইখিনি ত্যাগ কৰি দিছে। বৰ নিৰস ভাবে, বৰ নিৰাড়ম্বৰ ভাবে দিনবোৰ কটাই দিবলৈ তেওঁ ইচ্ছা কৰে। কোনো কামতে তেওঁৰ উগ্ৰতা নাই, খোজে খোজে তেওঁৰ গাম্ভীৰ্য্য। স্বামীৰ আত্মাৰ শান্তিৰ বিনিময়ত মনিবায়ে জীৱনৰ সকলো দুখ বেদনা হাঁহি হাঁহি সাৰটি লব পাৰে। স্বামীৰ প্ৰতি থকা পবিত্ৰ মৰমক জীয়াই ৰাখিবৰ বাবে প্ৰয়োজন হলে মনিবাই গোটেই জীৱন কোনো পুৰুষৰ মুখলৈ নোচোঁৱাকৈ কটাই দিব পাৰে।

©KKH Library, JBC

মনিবাই বিধবা। হয়তো সেই কাৰণেই তেওঁ বগা কাপোৰ পিন্ধে। বগা কাপোৰৰ মাজত বগা মনিবাইজনীক দেখিলে শ্যামলৰ বৰ পবিত্ৰ কিবা এটা যেন লাগে। বৰফৰ দৰে বগা কপাল-খন আকাশখনৰ দৰে প্ৰশান্ত যেন লাগে। পুৱাৰ অৰুণাচলত তেজগোৰা বেলিটোৰ দৰে ৰঙা সেন্দুৰৰ ফোটটো অৱশ্যে মনিবাইৰ কপালত নাই। বেলি নাথাকিলেও আকাশখন ধুনীয়া। মনিবাইৰ কপালখনো ধুনীয়া।

শ্যামলৰ চকুত মনিবাই অপৰূপা। তেওঁৰ নিটোল গাটো, মঙহাল বুকুখন, পুৰঠ হাত-ভৰি, লাহি ককালটো, সৰু সৰু, অকণি অকণি আঙুলি-বোৰ, সকলোতে পূৰ্ণ যৌৱনৰ অফুৰন্ত সৌন্দৰ্য্য বাগৰি পৰিছে। কিন্তু বৈ পৰা চেলাউৰিৰে নীলা চকুহালত কোনো কামনাৰ ইঙ্গিত শ্যামলে নেদেখে। দেহাৰ আঁহে পাঁহে বিয়পি যোৱা অনুপম সৌন্দৰ্য্যত থৰ লাগি সি কোনো অপবিত্ৰ ভাব মনলৈ আনিব নোৱাৰে। মনিবাইৰ শুভ্ৰ বুকুখনত আছে মাতৃত্বৰ গৰীমা।

শ্যামল যেতিয়া মনিবাইৰ লগত ফুৰিবলৈ যায়, বাটৰ মানুহে লোলুপ দৃষ্টিৰে মনিবাইৰ দেহাটোলৈ চায়।—মনিবাইৰ বুকুখনলৈ চায়। —শ্যামলৰ তেতিয়া সেই মানুহবোৰৰ প্ৰতি পুতৌ হয়।—সিহঁতৰ মূৰ্খামিত তাৰ হাঁহি উঠে! মাইকী মানুহক পবিত্ৰ ভাবে চাবলৈ ইহঁতে কেতিয়াকৈ শিকিব বাৰু? যিখন বুকুত তাৰ মাকৰ মৰমৰ নিচুকণি গীত আছে, শুভ কামনাৰ হাত বুলনি আছে, সেই বুকুখনলৈ বাটৰ মানুহে কামনাপিপাসু দৃষ্টিৰে চালে তাৰ খঙো উঠে।

শ্যামলৰ বুকুত মনিবাইৰ কাৰণে শ্ৰদ্ধা আৰু মৰমৰ শেষ নাই। অথচ শ্যামলৰ লগত মনিবাইৰ বা মনিবাইৰ লগত শ্যামলৰ কোনো তেজ-মঙহৰ সম্বন্ধ নাই। জীৱনৰ মাজবাটত বৰ অভাৱনীয় ভাবে সিহঁতৰ চিনাকি।

তিনিবছৰৰ আগতে বি, এচ, চি পাচ কৰাৰ পাচত শ্যামলে দেখিলে, এজন বন্ধুৱে তাৰ কাৰণে যিখিনি কৰিব পাৰে, প্ৰকাশে তাৰ কাৰণে তাতকৈ বহুত বেচি কৰিলে। দুটা বছৰ নিজৰ ঘৰত থাকিবলৈ ঠাই দিয়াৰ উপৰিও তাৰ বি, এচ, চি পঢ়াৰ সকলো খৰচ প্ৰকাশে বহন কৰিছে। আই, এচ, চি পাচ কৰাৰ পাচত দুখীয়া মোমায়েকে ঘাটমাউৰা শ্যামলক কোনো সহায় কৰাৰ ভাৰ লব নোৱাৰিলে। উপায়হীন মোমায়েকে কাম এটাৰ যোগাৰ কৰিবলৈ পঠাই দিওঁতে প্ৰকাশে পাই তাক নিজৰ ঘৰত ৰাখি বি, এচ, চি পঢ়াৰ সুবিধা দিলে। দুটা বছৰ শ্যামলৰ কোনো অভাৱ নোহোৱাকৈ চলি গল। প্ৰকাশৰ পৰা তাতকৈ বেচি সুবিধা আদায় কৰাটো তাৰ অন্যায় হব বুলি ভাবিয়েই বি, এচ, চি ৰিজাল্টৰ পাচতে স্কুলৰ কাম এটা বিচাৰি সি মনিবাইৰ ওচৰলৈ আহিছিল।

মনিবাই তেতিয়া অৱশ্যে মনিবাই নাছিল। তেওঁক তেতিয়া 'টাউন গাৰ্লচ হাইস্কুলৰ' 'হেড মিষ্ট্ৰেচ' মিনতি দত্ত বুলিহে শ্যামলে জানিছিল। কিছুদিনৰ পিচতহে মৰমৰ দাবীত মিনতি বাইদেউৰ ঠাইত চুটিকৈ মনিবাই বুলি মাতিবলৈ লৈছে।

প্ৰথম দেখাতেই সি মনিবাইক চিনি পাইছিল। কোনো দিনেই কোনো ঠাইতেই দেখা

©KKHLibraryJBC

নাই যদিও মনিবাইক তাৰ অকনো অচিনাকি যেন লগা নাছিল। শ্যামলে তেতিয়া ভাবিছিল, তাৰ হেৰাই যোৱা মাকৰ প্ৰতি থকা অজস্ৰ মৰম আৰু ভক্তি এই মানুহজনীৰ ভৰিত হাঁহি হাঁহি হিয়া উবুৰিয়াই ঢালি দিব পাৰি। এই মানুহজনীৰ কোলাত মুখ লুকুৱাই কেচুৱা লৰাৰ দৰে ফেকুৰি ফেকুৰি কান্দিব পাৰি। এই মানুহ-জনীৰ মৰমৰ হাতবুলনি লৈ পৃথিৱীৰ সকলো বেদনা পাহৰি যাব পাৰি।

শ্যামলে কাম বিচাৰি যাবৰ দিনা মনিবাইক দেখা কৰিবলৈ যেতিয়া প্ৰথম অফিচ ৰুমৰ দুৱাৰ-দলিত থিয় দি সুধিছিল, 'মে আই কাম ইন্ মাদাম,' তেতিয়া মনিবায়ে বৰ মনযোগ দি কিবা লিখি আছিল। বগা মনিবাইজনী ঘামি ৰঙা হৈ উঠিছিল। দুৰন্ত গতিত চলি থকা ফেনখনৰ বতাহত মনিবাইৰ খোপাৰ পৰা এৰাই যোৱা ফিৰফিৰিয়া চুলিবোৰ কঁপিছিল। বুকুৰ চাদৰখন অলপ নামি গৈছিল। উকা ডিঙিটোত ঘামবোৰ বিৰিঙি উঠিছিল।

'আঁহা'—মনিবায়ে মূৰ তুলি শ্যামলক ভিতৰলৈ মাতিলে। মনিবাইৰ মুখখনে হাঁহিছিল, চকু দুটাই হাঁহিছিল, কপালখনেও হাঁহিছিল—প্ৰশান্ত হাঁহি।

শ্যামলে দেখিলে, মনিবায়ে তাক মাতিছে। সি আগতে ভবাই নাছিল যে মানুহৰ চকুৱেও মাতিব পাৰে, মুখেৰেও মাতিব পাৰে, বুকুখনেও মাতিব পাৰে। সি অনুভৱ কৰিছিল, এইয়া মনিবায়ে তাক মতা নাই, মাকে পুতেকক মাতিছে। শ্যামলৰ ইচ্ছা হৈছিল যেন মনিবাইৰ কোলাত মূৰটো থৈ বৰ ক্লান্ত ভাবে ক'ব "অ' মা! মোৰ বৰ পিয়াহ লাগিছে।"

কোনো প্ৰশ্ন নকৰাকৈয়ে মনিবায়ে শ্যামলক কামটো দিলে। কিন্তু স্কুল কমিটীয়ে সজা ঘৰটো অসম্পূৰ্ণ হৈ থকাৰ কাৰণে সি মনিবাইৰ ঘৰতে থাকিব লগা হল। দুমাহৰ পিচত স্কুল কমিটীৰ ঘৰটো সম্পূৰ্ণ হৈ উঠিল। কিন্তু শ্যামলৰ মনিবাইৰ ওচৰৰ পৰা আতৰি যোৱাটো হৈ নুঠিল। তেতিয়াৰে পৰা শ্যামল মনিবাইৰ লগতে আছে। অলপ অভিভাৱকৰ নিচিনা, অলপ মাকৰ নিচিনা, অলপ সমনীয়াৰ নিচিনা আপোন বায়েক এজনীক যিমান-খিনি শ্ৰদ্ধা মৰম দিব পাৰি, শ্যামলে মনিবাইক তাতকৈ বহুত বেচি দি আহিছে। অভিমান অনুযোগ, মৰম প্ৰীতিৰ মাজেদি সিহঁতে তিনিবছৰ পাৰ কৰি দিছে।

মনিবাইৰ আদেশ অনুযায়ী স্কুলৰ কাম এৰি এম, এচ, চিত নাম লগাই লোৱাৰ পাচত এদিন ক্লাচত ঘটা সাধাৰণ ঘটনা এটা কবলৈ শ্যামলে মনিবাইক বিচাৰি ফুৰিছিল। মনিবাই তেতিয়া বাথ্ ৰুমত আছিল। চেঁচা পানীবোৰ বুকুখনত ঢালি দিছিল এমগ দুমগকৈ। গোটেই গাটো চেঁচা লাগি গৈছিল তেওঁৰ। ডাঙৰ গামলাটোৰ পানীখিনিত চুলি কোচা মেলি দি হাতেৰে লৰাই দিছিল। গাভৰু ছোৱালীৰ দৰে পানীৰ লগত খেলি খেলি মনিবাইৰ বৰ ভাল লাগিছিল। পৰিষ্কাৰ গাটোত পানীবোৰ বৰ নোৱাৰি বাগৰি পৰিছিল। মনিবাইক ক'তো বিচাৰি নাপাই শ্যামলে বাথ্ ৰুমৰ দুৱাৰখনত টকিয়াই দিলেহি।

'মনিবাই শুনাছোন, শুনা।"ততাতৈয়াকৈ চাদৰখন বুকুত পেলাই তিতা গাৰেই মনিবাই ওলাই আহিল, "কি হল সোন?" তেওঁক দেখি

©KKH Library JBC

সি কি কৰলৈ আহিছিল, পাহৰি গ'ল, থৰ হৈ সি মনিবাইলৈ চালে। "মনিবাই, তোমাক ইমান ধুনীয়া দেখাইছে। মই মিচাকৈ কৈছো যদি লাগে আইনাখনত নিজে চোৱাঁহি বৰ ডাঙৰ কিবা এটা আশা কৰি অহা মনিবাই শ্যামলৰ কথাত অপ্ৰস্তুত হৈ গ'ল। "যাঃ অভং পাগলটো ক'ৰবাৰ।" কৈয়েই বাথ্ৰুমৰ দুৱাৰখন জপাই দিলে। শ্যামলৰ এনেধৰণৰ সৰল বলিয়ালী মনিবায়ে আগতেও দেখিছে।

মনিবাইক কোনো কথা কবলৈ শ্যামলে ভয় বা লাজ নকৰে। সি জানে, মনিবাই আৰু তাৰ মাজত যিটো সম্বন্ধ আছে সেই সম্বন্ধৰ মাজত, লাজ, ভয় একোৱেই থাকিব নোৱাৰে। তাৰ ভুল বা অকৰামীত মনিবায়ে কেতিয়াও বেয়া নাপায়। পালেও তাক শুধৰাই দিব পৰা ক্ষমতা বা স্বত্ব মনিবাইৰ আছে। সেইবাবেই সি তেওঁৰ আগত স্পষ্ট ভাৱে কথা কয়। চেষ্টা কৰিও তেওঁৰ আগত সি গহীন হব নোৱাৰে, জটিল হব নোৱাৰে।

কোনোবা এটা দিনৰ কথা। মনিবায়ে ভাত বান্ধি আছে। কব নোৱাৰাকৈ হঠাতে চকুত কিবা এটা সোমাল। ছাদৰৰ আগেৰে চকুটো মোহাৰি মোহাৰি মাতিলে, "অ' সোন, সোন, এইফালে আহাঁছোন।"

শ্যামলে কাপোৰ ধুই আছিল। কলে, "মই এতিয়া যাব নোৱাৰো। অলপ পিছত।"

"আহানা ভাই, মোৰ চকুত এইটো কি সোমাল চোৱাহিছোন। ইমান খচ্খচাইছে পাই। শ্যামল আহিল। চকুৰ পতা দুটা বহলকৈ মেলি দিলে। পানীৰে ভৰি যোৱা ঢুলঢুলীয়া চকুটোত গৰমত ঘামি জামি থকা নিজৰ মুখখন সি স্পষ্টকৈ দেখা পালে। "অ' মনিবাই, তোমাৰ চকুত মোৰ মুখখন ইমান ধুনীয়াকৈ দেখাইছে।"

"এই চেৰাবলীয়াটোৰ আৰু। চকুৰ খচ্-খচনিত মই তত পোৱা নাই, আঁহিছে তেওঁ এতিয়া মোৰ চকুত মুখ চাবলৈ। ভালেৰে চকুত কি সোমাইছে উলিয়াই দিয়া বুলিছো নহয়। আৰু মুখ চাবৰ মন আছে, আইনাত চোঁৱাগৈ যোৱা। শ্যামলে মনিবাইৰ চকুৰ পৰা কুটাডাল উলিয়াই বৰ গহীন দাৰ্শনিকটোৰ দৰে আৰম্ভ কৰিলে। "নহয় তুমি বুজা নাই মনিবাই, মই কি কৈছো। তোমাৰ চকুত মোৰ ছবি নেদেখাৰ কিয় বাৰু? কাৰণ তোমাৰ মাজতেই যে মই আছো। মোৰ অন্ধ চকুৱে তোমাৰ দৃষ্টিৰ মাজেদিয়ে পোহৰৰ সন্ধান পাব। আজিৰ মোৰ যি অৱস্থিতি আছে, সি তোমাৰ লগত বৰ নিবিড়ভাৱে জড়িত আছে। তোমাৰ আত্মাৰ উপলব্ধিৰ মাজেদি মই বিকশিত হম। তোমাৰ অন্তৰখন বুজিবলৈ চেষ্টা নকৰাকৈ মই বাৰু কেনেকৈ ধুনীয়া জীৱনবোধ শিকিম? এইবোৰ দৰ্শন বুজিছো মনিবাই। এইবোৰ তুমি আমি সাধাৰণ মানুহে কি বুজি পাম?

"হ'ল হ'ল, তোমাৰ লেকচাৰ বন্ধ কৰা। বৰ দৰ্শনখন কলাইছেহি ঠাই আছেনে। আগলৈ ঘৈণীয়েৰৰ আগত দি থাকিবা সেইবোৰ লেকচাৰ, তেল দি দি।" হাঁহি হাঁহি মনিবাই যায়গৈ।

সেমেকা হেমন্ত ৰাতি। গোটেই আকাশ জুৰি অজস্ৰ নিয়ৰ নামে। গছৰ পাতে পাতে আশ্ৰয় বিচাৰি গোট খাই মাটিৰ বুকুলৈ খহি পৰে। মাটিৰ বুকুত সিহঁত হেৰাই যায়।

©KKH Library, JBC

জাৰকালি মনিবাই ফেঁহুজালি দিওঁতেই শুই উঠে। গা পা ধুই এগছি ঘিঁউ চাকি লৈ পাহাৰটোৰ দাঁতিত থকা শিৱদ'লটোলৈ যায়। যাওঁতে শ্যামলক লগত লৈ যায়। লেপৰ-তলত ঘুম মাৰি শুই থকা শ্যামলৰ গাৰ পৰা লেপখন টানি আজুৰি লৈ নগলে সি আঠটা বজাৰ আগতে কেতিয়াও নুঠে। মনিবায়ে লেপখন গাৰ পৰা কাঢ়ি লৈ যোৱাৰ পিচতো কোঁচ-মোঁচ খাই সৰু লৰাৰ দৰে শুই থকা দেখি খুব হাঁহে। গা ধোৱাটো দূৰৰ কথা, মুখ নোধোৱাকৈয়ে সি মনিবাইৰ লগে লগে মন্দিৰলৈ যায়। মেলি লোৱা তিতা চুলিবোৰ মনিবাইৰ গোটেই পিঠিখনত বিয়পি পৰে। বাটৰ ববচা বনৰ নিয়ঁৰ লাগি তেওঁৰ ভৰি দুটা তিতি যায়। বগা সাজটোৰে এথাল উপচাৰ লৈ যোৱা মনিবাইক অপূৰ্ব্ব দেখি। কোনোবা দেৱদাসী যেন লাগে। শ্যামলে গোটেই বাটটো তাৰ টোপনি ভঙাৰ কাৰণে ভোৰভোৰাই যায়। মনিবায়ে তাৰ খং দেখি মুখ টিপি টিপি হাঁহে।

আজি এই তিনিটা বছৰৰ ভিতৰত কোনো দিনেই মনিবাইক চঞ্চল হোৱা শ্যামলে দেখা নাই। পানী কলটোৰ পাৰত শ্যামলৰ কামিজটো ঠুকুচি থাকোতে, বাৰীৰ পৰা মিঠামৰাৰ আগ দুটামান আনিবলৈ যাওঁতে ভৰিত লগা কেচুমতা-বোৰ উটি যাবলৈ কলাফুললৈকে কাপোৰবোৰ দাঙি পানী কলটোত ভৰি দুটা পাতি দিওঁতে গালত হাত থৈ বৰ মনযোগেৰে ৰাধাকৃষ্ণৰ দৰ্শন পঢ়ি থাকোতে বা যি কোনো কামতে মনিবাই গম্ভীৰ। কিন্তু কালি ৰাতি ভাত খাই উঠাৰ পাচত শ্যামলে মনিবাইৰ আগত 'ছাঁয়াৰ' কথা কওঁতে হঠাতে মনিবাই বাউলী হৈ উঠিল।

বহুত দিনৰ আগৰে পৰা ছাঁয়া নামৰ সেই ছোৱালীজনী শ্যামলহঁতৰ ঘৰলৈ আহে। আগতে মনিবাইৰ স্কুলতে পঢ়িছিল। যোৱা বছৰ পাছ কৰি কলেজত নাম লগাইছে। ছোৱালীজনী চোকা আৰু বৰ সবল কাৰণেই মনিবায়ে তাইক বৰ ভাল পায়। কিছুদিনৰ পৰা তাই শ্যামলৰ লগতো কথা পাতিবলৈ লৈছে। কোনো ছোৱালীৰ লগত কথা পাতি ভাল নোপোৱা শ্যামলে আজিকালি ছাঁয়া অহালৈ বাট চাই থাকে। নিজক বৰ অৱহেলিত কৰি নেপেলাই কথা কোৱা ছাঁয়াজনীলৈ শ্যামলৰ বৰ মৰম লাগে। মনিবাইৰ হাতৰ পৰা বলেৰে কাঢ়ি লৈ শ্যামলৰ কাৰণে চাহ কৰা দেখিলে শ্যামলৰ ছাঁয়াৰে সৈতে এখন সংসাৰ পতাৰ কথাও মনলৈ আহে। ছেদেলি-ভেদেলি হৈ পৰি থকা কিতাপৰ টেবুলখন মনিবায়ে সজাই পেলোৱাৰ আগতেই ছাঁয়াই চাফা কৰি পেলাই। শ্যামলৰ আলনাডালৰ কাপোৰবোৰ ভালকৈ জাপি পেলায়। মৰমৰ দাবী বুলি ভাবিয়েই মনিবায়ে শ্যামলৰ কামবোৰ আজিকালি নিজে নকৰি ছাঁয়ালৈ থৈ দিয়ে।

ছাঁয়াই শ্যামলৰ লগত স্পষ্ট ভাৱে কথা পাতে। এদিন কিবা কিতাপ এখন পঢ়ি থাকোতেই টোপনি অহা শ্যামলে সাৰ পাই দেখে ছাঁয়া কেতিয়াবা আহি চকি এখনত বহি তাৰ ফালে চাই আছে। তাক সাৰ পোৱা দেখিও তাই চকু দুটা ঘূৰাই নিনিলে।

"একেথৰে কি চাই আছা তেনেকৈ?"

"কিয়? আপোনাকে চাইছো।"

"মানুহ দেখা নাই হবলা, ভেবা লাগি চাই আছা যে?"

©KKH Library, JBC

"মানুহ দেখিছো শ্যামলদা, বাটে ঘাটে ঢেৰ দেখিছো। আপোনাক হলে ক'তো দেখা নাই, সেই দেখি চাই লৈছো।"

সিহঁতে কথা পাতে, লানি নিছিগা কথা, মৰম সনা কথা।

কালিও ছাঁয়া আহিছিল। কথা পাতি থাকোতে ৰাতি হৈ গল। আকাশখন ডাৱৰেৰে ভৰি পৰিছিল। মনিবায়ে শ্যামলক কলে ছাঁয়াক ঘৰত থৈ আহিবলৈ।

ছাঁয়া আৰু শ্যামল দুয়ো ওলাই গল ঘৰলৈ বুলি। বাটটো প্ৰায় আন্ধাৰ। কোনো মাতবোল নোহোৱাকৈ সিহঁত গৈ থাকে। হঠাতে ছাঁয়া শ্যামলৰ খুব কাষ চাপি আহিল।

"শ্যামলদা, আপুনি আঁতৰি গৈছেনে কি? ভয় লাগে পাই।"

"আঁতৰি যোৱা নাই ছাঁয়া। এয়া লগে লগে আহিছো।" অলপপৰ আকৌ নিস্তব্ধতা।

"শ্যামলদা—"

"ওঁ?"

"ইমান মনে মনে আহিছে কিয়? কথা পাতক না?"

"মনে মনে অহা নাই, ছাঁয়া। বহুত কথা কৈ আহিছো, তুমি শুনাহে নাই। আমাৰ এই নিস্তব্ধতাই বহুত কথা কৈছে। ভালকৈ চোৱাচোন।"

"ক'তানো? জানো আপুনি কিবোৰ কৈছে!" "কিয় ছাঁয়া, মোৰ মনে মনে থকা বুকুখনে মনে মনে ইমানপৰ কি কৈ আহিছে শুনিবানে কি? মোৰ বুকুখনে কৈছে, মই তোমাক ভাল পাওঁ ছাঁয়া। তুমি অকলে ঘৰলৈকে মোৰ লগত আহিব নালাগে। মোৰ জীৱনৰ গোটেই দীঘল বাটটোত তুমি মোৰ লগে লগে আহাঁ। মোৰ প্ৰাণে তোমাক বিচাৰিছে ছাঁয়া।"

"শ্যামলদা।" ছাঁয়াই চিঞৰি উঠিল। "কিয় ছাঁয়া, তুমিও জানো অতপৰে মনে মনে কৈ অহা নাই, "শ্যামলদা, আপুনি লগত আহিলে মোৰ অকনো ভয় নালাগে। আপুনি লগত থাকিলে মোৰ অকণো বেয়া নেলাগে। আপুনি বাৰু সদায় মোৰ লগত এনেকৈ থাকিবনে?"

"শ্যামলদা, মই আপোনাক ভাল পাওঁ।" ছাঁয়া উতলা হৈ উঠিল। শ্যামলক খুব জোৰেৰে সাৱতি ধৰিলে। শ্যামলেও ছাঁয়াক সাৱতি ধৰিলে খুব মৰমেৰে। সিহঁত ৰৈ গ'ল।

ছাঁয়াই শ্যামলৰ বুকুত মূৰ থৈয়েই কৈ যায়, শ্যামলদা দেউতাৰ যে ইমান চিন্তা মোৰ কাৰণে। ঘৰত জীয়ৰী ছোৱালী থাকিলে দুখীয়া বাপেকবোৰে চিন্তা কৰেই। কিমান যে চেষ্টা কৰিছে মোৰ বিয়াৰ কাৰণে। কোনেও কৰাব নোখোজে। পৃথিবীৰ প্ৰথম শ্ৰেণীৰ অপদাৰ্থ মই। কাৰো ওচৰত মোৰ আদৰ নাই, মূল্য নাই। দেউতাৰ মোৰ কাৰণে ৰাতি টোপনি নাহে, মাই জুহালত বহি চকুপানী টোকে।" শ্যামলৰ বুকুৰ মাজত তাই জুঁপি উঠে।

"মই তোমাক বিয়া কৰাম ছাঁয়া।" শ্যামলে ছাঁয়াৰ ওঁঠত কোমলকৈ চুমা এটা খালে।

"শ্যামলদা, আপুনি মোক ঠাই দিব?" ছাঁয়াই শ্যামলক আৰু জোৰেৰে সাৱতি ধৰিলে যেন বুকুৰ ভিতৰলৈ সোমাইহে যাব। বৰ ক্লান্ত ভাৱে তাই শ্যামলৰ বুকুত পৰি ৰল। উটি

©KKH Library, JBC

আহি আহি তাই যেন বহুত দিনৰ মূৰত আজি আশ্ৰয় পাইছেহি। এক গভীৰ শান্তিত শ্যামলে তাইৰ চকুৱে মুখে অজস্ৰ চুমা খালে।

ঘৰলৈ ঘূৰি আহি ভাত খাই উঠাৰ পাচত সি বিচনাত দীঘল দি পৰি কিতাপ এখন মেলি ললে। পাক ঘৰৰ কাম শেষ কৰি মনিবাইও তাৰ মূৰৰ শিতানতে বহিলহি। ওপৰলৈ মূৰ কৰি কিতাপত চকু ৰাখি শ্যামলে তাৰ চুলিৰ ওপৰত অবিৰাম চলি থকা মনিবাইৰ হাতৰ পৰশটো অনুভৱ কৰিলে। ভাত খাই উঠাৰ পাচত ৰাতি বহুত বেলিলৈকে মনিবাই সদাই তেনেকৈ তাৰ মূৰত হাত বুলাই কথা পাতি থাকে। তাৰ কেতিয়া টোপনি আহে, কোনে আঠুৰাখন পেলাই দিয়ে তাৰ খবৰ শ্যামলে নকৰে।

কালি তেনেকৈ পৰি পৰিয়েই সি মনিবাইক বাটত ছাঁয়াৰ লগত হোৱা কথাবোৰ কলে। তাৰ কথাবোৰ শুনি মনিবাই জোকাৰ খাই উঠিল। বৰ অপ্ৰত্যাশিত ভাবে একোকে নামাতি দৌৰ মাৰি নিজৰ কমলৈ গুচি গল। মনিবাইৰ কথাকাণ্ড শ্যামলে একো নুবুজিলে। মনিবায়ে কোনো দিনেই তেনে ব্যৱহাৰ শ্যামলক দেখুওৱা নাই। কথাটো ভাবি থাকোতেই শ্যামলৰ টোপনি আহিল। মাজ ৰাতি সাৰ পাই সি হঠাতে শুনিলে মনিবাইৰ কান্দোনৰ সুৰ।······বহুত বেলিৰ মূৰত শ্যামলে কাষতে থিয় হৈ থকা মনিবাইক সুধিলে, "তোমাৰ কি হৈছে মনিবাই?"

মনিবাই আকৌ উচুপি উঠিল। "মোক ক্ষমা কৰা শ্যামল। মই ইমান দিনে তোমাক কামনাৰ চকুৰে চাই আছিলো। মই তোমাক খুব ফাঁকি দিছিলো, সোন! তুমি মোক ইমান দিনে দি অহা শ্ৰদ্ধাৰ বদলি মোক ঘৃণাৰ চকুৰে চোঁৱা, মই বেয়া নাপাওঁ। এজনী বিধবা হৈ তোমাৰ প্ৰতি মোৰ ইমান কলুষিত মনোভাব ৰখাৰ বাবে মোক হেপাহ পলুৱাই অভিশাপ দিয়া সোন।

কালি যেতিয়া তুমি ছাঁয়াক বিয়া কৰাম বুলি ক'লা, মোৰ মনৰ ভিতৰখন জ্বলি উঠিল। তোমাৰ কাৰণে ছাঁয়াৰ পবিত্ৰ ভাল পোৱা, এখন সবল অন্তৰ আছে। তুমি ছাঁয়াক লৈ এখন সুখৰ সংসাৰ গঢ়িবা। মই তোমাক আৰু কামনাৰ দৃষ্টিৰে চাই কেতিয়াও অপবিত্ৰ নকৰো। তোমাৰ পবিত্ৰ ভাল পোৱাৰে ভৰি থকা সবল অন্তৰখনত আৰু চেঁকা নাসানো তোমাৰ আৰু ছাঁয়াৰ মাজত মৰমৰ প্ৰাচীৰ গঢ়ি উঠক। মই কেতিয়াও কলুষিত দৃষ্টিৰে নাচাওঁ। মোক ক্ষমা কৰা সোন। তোমাক ইমান দিনে মনে মনে কামনাৰ চকুৰে চাই অহাৰ বাবে। মই আৰু কেতিয়াও তোমাক তেনেকৈ নাভাবো। পাপ চকুৰে চাই তোমাৰ অমঙ্গল কামনা নকৰো। কোৱা সোন! মোক ক্ষমা কৰিছানে নাই?"

শ্যামলে উচুপি উচুপি কথা কোৱা মনিবাইৰ কোলাত মূৰটো গুজি দিলে। সদাই পবিত্ৰ বুলি ভবা মনিবাইক তাৰ আজিও অকনো বেয়া নালাগিল। কৰ্দ্দমপথৰ পৰা খহি পৰা পগীয়া তৰাৰ দৰে বাটৰ পৰা পিচলি পৰা মনিবাইক তাৰ স্নিগ্ধ যেন লাগিল।

—:※:—



# পাষাণৰ মৌন ভাষা

—মাণিক নেওঁগ—



পাহাৰটোৰ কোনোবা এটা প্ৰান্তৰত দিনান্তৰ ক্লান্তিখিনি কোনেও নজনাকৈ ঢাকি থৈ আহিবৰ মন গৈছিল। চাৰিওফালে কেৱল বিশ্ৰামহীন জনতাৰ অট্টহাস্য। তাৰ মাজত থিয় হৈ আজি পাহৰি গৈছো বহুমুখী জীৱনৰ কামনা বাসনাবোৰ। প্ৰাণত শান্তি নাই। জিবণিৰ চৰাইখানাত জুই-চাই দামৰ জীৱন-ইতিহাস অপূৰ্ণ হৈ ৰৈছে। আকৌ শান্তি কি বস্তু?

সন্মুখত সেউজীয়া শ্যামসুন্দৰ পাহাৰৰ বিস্তীৰ্ণ প্ৰান্তৰ। মোৰ কাষৰতে থিয় দি থাকে দানৱটোৰ দৰে জড় পদাৰ্থ ডাঙৰ শিলটো। ইও যেন মোৰ দৰেই যুগে যুগে জীৱন জিজ্ঞাসা আৰু জীৱন বোধৰ অস্তমিত পোহৰ মাগিছে—সৌ আকাশত আস্ফালন কৰি থকা কাল পুৰুষটোৰ ওচৰত।

চিন্তা নৈখনিৰ গড়া খহি গ'ল। থক আৰু নেভাবো। ইয়াতকৈ ভাবিবৰ আজি মোৰ অধিকাৰ নাই।—সেইয়া বহুত দূৰৈত কামানৰ আৱাজ উঠি পাহাৰত প্ৰতিধ্বনি উঠিছে, গুৰুম! গুৰুম!! মুহূৰ্ত্ততে আকাশৰ নীলাবোৰ খাবলৈ কামান গৰ্জ্জি উঠিছে অবিৰামভাৱে। অনুভৱ কৰিলো ভয়ঙ্কৰ আৱাজবোৰে যেন মোৰ জীৱন আক্ৰিকাখন আটক কৰি নিছে। কিন্তু কল্পনা জয়ী, কল্পনা দৰিদ্ৰ নহয়, সৈনিক নহয়, কল্পনা কৰিবৰ মোৰ অধিকাৰ আছে।

মোৰ কল্পনাই অতীত প্ৰাণৰ ঋতুবোৰ পৰিবৰ্ত্তন কৰিবলৈ লাগি গ'ল।—গ্ৰীষ্ম—বৰ্ষা—শৰৎ—বসন্ত। মোৰ অতীতে ভৱিষ্যতবোৰ চুৰ কৰি নি বৰ্ত্তমানক হেঁচি ধৰি অনৰ্গল হাঁহিছে।

বন্দুকটো কান্ধৰ পৰা নমাই শিলটোৰ বুকুতে আঁওজাই ৰাখিলো। শিলটোৰ বুকত গুলিয়াই কোনোবা যোদ্ধাই কলাদাগ ৰাখি গৈছে। হাতত কৃপাণ লৈ ইয়াৰ গাম্ভীৰ্য্যতাক, সেৱা জনাই এটা বিৰাট বাহিনীয়ে যেন ইয়াৰ বুকুৰ ডাঠ কলিজাটো খুকুটি কাঢ়ি নিছে। এবাৰ জড় পদাৰ্থটোৰ মোটা খহটা বুকুখনৰ ওপৰত হাতখন বুলাই দিলো। কলা দাগবোৰত হাতখন লাগি ধৰিছিল। ধীৰে ধীৰে অলসতাক কেন্দ্ৰ কৰি তন্দ্ৰালু চকুৰে সপোন আৰু পৃথিবীখনক বিকেন্দ্ৰিত ভাৱে বৃত্তাঙ্কন কৰি বহল এটা পৰিধিৰ মাজলৈ সোমাই গলো।

সপোন আৰু পৃথিবী। ইয়াৰ পৰিধিত চক্ৰাকাৰে ঘূৰিল মই নজনাকৈ বাস্তৱৰ ভ্ৰমবক্ষ

অভিনয়ৰ নায়িকা নিদ্ৰা আৰু নৰ্ত্তকী শান্তি। জগত নিস্তব্ধ। আকাশেদি উৰি যোৱা ক'লা ডাৱৰবোৰেও যেন মোৰ জীৱন উমটুক আমনি দিবৰ চেষ্টা নকৰি আঁতৰি গৈছে।

তেতিয়া ৰক্ত-মাংসত ডবি থকা আত্মাটোৱে কল্পনাৰ লগত গোপন প্ৰণয় কৰিবলৈ মোক শুৱাই থৈ গুচি গ'ল। আত্মাই কল্পনাক প্ৰাণ উগাৰী চুমাবোৰ খালে, মই নজনাকৈ। তথাপি কল্পনাই ভয় কৰি কান্দি কান্দি কয় "তোমাৰ কাৰণে বহুত মৰম মোৰ বুকুত দ'ম বান্ধি আছে। মোক হত্যা নকৰিবা।" বিজুলী জনীয়ে কল্পনাৰ বুকুখন পোহৰাই দিগন্তলৈ লৰি গ'ল। কল্পনাই বুকুৰ চাদৰখন ঠিক কৰি ল'লে।

খুব ভয় খালো। বিবেকে দেখিলে তাৰ চকুৰ আগতে দিগম্বৰবোৰে টিঙিৰি মাৰি জুই ফিৰিঙ্গতি ধৰিছে—যজ্ঞ কৰিবলৈ। তাৰ পাছত বিবেকে কান্দিলে ৰীতাজনীক চকুৰ আগত নেদেখি। ৰীতাৰ বডামুখখনি কিজানি নিস্তেজ হৈ গৈছে। "তই কান্দিছ ৰীতা? নেকান্দিবি মই তোক ঘূৰি গৈ মৰম কৰিম নহয়। এইয়া চা বুকুত গুলি লাগিছিল যদিও তোলৈ ৰখা মোৰ মৰমখিনি বিষাক্ত হৈ সোমাই থকা নাই। সেই মৰম তই ধুনীয়া ওঁঠ ছুটিৰে চুপি চুপি খাবি দেই। মোৰ অনুপস্থিতিয়ে তোৰ অকণি হিয়াখনিত যি কুৰা জুইৰ পোৰণি তুলিছে ইয়াৰ চেচাখিনিয়ে তোক শান্তি দিব, চেচা ঢালিব।

ৰীতা তোৰ জন্ম দিনা ৰাতিলৈ ৰোহিনী নক্ষত্ৰ মিলিছিল। শেহৰাতি ধুমুহা। পাৰুলে তোক পুতলাটোৰ দৰে বুকুলৈ সাৱটি লৈছিল। তই স'চাকৈয়ে পাৰুলৰ ল'ৰালি কালৰ পুতলা-টোৱেই। পাৰুলে তোক তাহানিৰ পুতলাটো বুলি ভাবি মই বুজাকৈ আনন্দ কৰিছিল। কিন্তু নিমিষতে তোৰ কাৰণেই পাৰুলৰ মাতৃত্ব লাভ সেইবাবে মোৰ চকুত পাৰুলৰ নাকৰ লাজখিনিয়ে ধৰা দিছিল। আৰু মই মোৰ নীলা ডায়েৰীটোত ক'লা চিয়াঁহীৰে আঁকিছিলো "ৰীতাৰ জন্ম।" ৰীতাৰ জন্ম। পাৰুলে লাজ পাইছিল যদিও হাঁহিছিল।

ৰীতা তই এতিয়া দহবছৰীয়া। তই এতিয়া পাৰুল বা মোৰ ওচৰলৈ তেনেকৈ ওচৰ চাপি নাহ। অৰ্থাৎ আহিবলৈ সময় নাই—গান গোৱা, স্কুললৈ যোৱা, নচা-ইঁহা ইত্যাদি বহুত কাম। তই অনবৰত পখিলিজনী হৈয়ে ঘূৰি ফুৰ।"

"পাৰুল, ৰীতাই এতিয়া ঋতু পৰিবৰ্ত্তন কৰি কৰি ঋতুৰাণী চপলা বাইদেউলৈ বাট চাই ৰৈছে। ৰীতাক মানুহ কৰি তোলাৰ ভাৰ এতিয়া তোমাৰ ওপৰত।"

কথাষাৰ শুনি পাৰুলে কান্দিছিল।

"কান্দিছা পাৰুল?" পাৰুল নিৰুত্তৰ।—চকুত আন্ধাৰ নামিছিল—ভ্ৰূযুগল ৰেখা কোঁচ খাই গৈছিল। মই উপায়ন্তৰ হৈ জোৰেৰে ডেৰাজখন খুলি বঙা-নীলা ডায়েৰীবোৰ উলিয়াই আনিলো। পাৰুল অবাক হ'ল।

"চোৱা পাৰুল" একাদিক্ৰমে ডায়েৰীবোৰ লুটিয়াই কৈ গ'লো—"এইয়া ভাৰতত অসহযোগ আন্দোলনৰ হেন্দোলনি, '৪২ চনৰ গণবিপ্লৱ। তাৰ পাচত চোৱা এইবোৰ কনকলতা, কমলা আদি বীৰ-বীৰঙ্গণাসকলে বুকুত কামানৰ গুলি লোৱা দিন।"

" '৪৫ চনত মিলিটৰী কামৰ পৰা অবসৰ লওঁ। ঘৰলৈ ফিৰিলো তোমাৰ সৈতে মিলন

হবলৈ, ৰীতাক জন্ম দিবলৈ"—পাৰুলে লাজ পাই মুখত আঙুলিটো কামুৰি ধৰিলে।

"আৰু চোৱা '৪৭ চনৰ ১৫ আগষ্ট— স্বাধীনতা লাভ, —চেপ্তেম্বৰ মাহ ৪ ভাদ জন্মাষ্টমী তিথি, ৰীতাৰ জন্ম।"

ৰীতাই আমাৰ সংলাপবোৰ নুশুনি মহিম দাদাকৰ ঘৰলৈ লৰি গৈছিল। পিন্ধি থকা দীঘল ফ্ৰকটো আৰু বেণীকেইডাল বতাহে কঁপাইছিল।

'বুজিছা পাৰুল '৪২, '৪৩, '৪৪ চন মোৰ কাৰণে মহা আনন্দৰ দিন আছিল বুলি ক'ব লাগিব। এই দুখন হাতেৰে কিমানক গুলিয়াই মাৰিলো। এই দুটা চকুৰে কিমান হত্যাকাণ্ড দেখিলো !! কিমান মৰাশৰ ওপৰত ভীৰ দি এই দুখন ভৰি আগবঢ়াই নিছিলো !!! তথাপি জানো মৰম কি বস্তু চিনি পোৱা নাছিলো? অন্ততঃ জীৱন সঙ্গিনী স্বৰূপ বন্দুকটোকে বুকুত সাবটি মৰম কৰিছিলো। এনেকৈয়ে আমি মৰমী প্ৰিয়াৰ জন্ম দি—মিলিটৰী প্ৰেম কৰো বুজিছা। যেতিয়া ৰণভূমি ত্যাগ কৰি আহো তাৰ পাচত মিলিটৰীৰ জীৱন, ঐশ্বৰ্য্য এই বন্দুকটোৰ ৰঙা টুকুৰাত কিমানবাৰ চুমা খাওঁ—আজিলৈকে তোমাৰ গালত সিমান চুমা পৰিছে।" পাৰুলে প্ৰলাপ বুলি হাঁহি দিলে।

মাইকী মানুহ সিমান পাতল। কান্দেও, হাঁহেও আকৌ লাজতো মৰহি যায়। ইমান নেহাঁহিবা-ছোন। আকৌ শুনা পাৰুল। "এই দেখিছা বন্দুকটো হ'ল মোৰ মৰমী প্ৰিয়া অৰ্থাৎ তুমি আৰু যে দেখিছা গুলিবোৰ, এইবোৰ মোৰ মৰম পুতলা-বুকুৰ ৰীতা, সঙীনখন মোৰ মস্তিষ্কৰ শাণ। তেন্তে মইটো অকলে নেযাওঁ লগত তুমি নিজেতো যাবাই ৰীতাও যাব। এতিয়া কিবা আপত্তি থাকিব পাৰেনে?

ঋতুবোৰ পৰিবৰ্ত্তন হৈ গৈছে। বসন্তক গ্ৰীষ্মৰ ভয়ঙ্কৰ তাপবোৰে গলাই পেলালে। বসন্তৰ বুকুত যেন গ্ৰীষ্মই মুঠিমুঠিকৈ তাপবোৰ ঢালি বইলাৰ জ্বলালে। নগাপাহাৰত বইলাৰৰ টুকুৰা টুকুৰ ৰঙা তাপবোৰ পৰি নগা জাতিক উগ্ৰময় কৰি তুলিলে। বৰ্ষা নামিল। মেঘত গাজনি উঠিল, পাহাৰত কামানৰ গুৰুম গুৰুম, শব্দ ফুটিল।

"পাৰুল, তোমাৰ আৰু মোৰ মিলন মন্দিৰত আঁৰি থোৱা ভাগ্যলিপিখন তুমি ভাবিছা কোনো-বাই ওলট-পালট কৰি গৈছে। সেইটো মিছা। তোমাৰ মোৰ জীৱন-যৌৱনৰ মাজত কেৱল নতুন ডায়েৰী আৰম্ভ হৈছে।" পাৰুলৰ চকুত ডায়েৰীটো জিলিকি উঠিল, ৰঙা।

সিদিনাৰে পৰা মোৰ জীৱনৰ নতুন ডায়েৰী আৰম্ভ হ'ল। পুৰণিবোৰ পাৰুলৰ হাতত। সেইবোৰ নাস্তিক! নিধক।

শেহৰাতি পাৰুলৰ ওচৰত বিদায় সম্ভাষণ বিচাৰিলো। আকাশৰ জোনটোৱে কেৱল জুমি চাইছিল। জোনটো বৰ নিৰ্লজ্জ। পাৰুলে কোনেও নেদেখাকৈ, কোনেও নুবুজাকৈ বন্দুকটো মোৰ বাহুত তুলি দি হাতহুখন পাষাণ কৰি তুলিছিল তাকো সি জুমি চায়? পাৰুলৰ ওচৰত বিদায় ললো। শেষ অৰ্ঘ্য এটি মাত্ৰ চুমা।

পাৰুলে বিদায় দিলে। মইও কৈছিলো "বিদায়, পাৰুল বিদায়।" ৰীতা তেতিয়া শুই আছিল। তাইৰ গাল দুখনিৰ ৰঙাবোৰত মোৰ পাথৰে গঢ়া ওঠ দুটাৰে স্পৰ্শ কৰিবলৈ ভাল নেলাগিল।

©KKH Library, JBC

তেতিয়া পাৰুলে উচুপিছিল মই নুশুনাকৈ ৰীতাই নুবুজাকৈ।

আজি শিলনিত পাৰুলে মচা চুমাটোৰ বীজখিনি সিচি দিছো। ভবিষ্যতে এইবোৰ একোপাঁহ সূৰ্য্যমুখী ফুল হৈ ফুটি উঠিব। শিলাময় পাহাৰে জানো ইয়াৰ মোল বুজিব? পাথৰ! কেৱল বগা-ক'লা পাথৰেৰে নিৰ্ম্মিত পাহাৰী বুকুখন। ক'লা-বগা শিল দুটা খণ্ডত যুঁজাই দিলো ফিৰিঙ্গতি বাজ হ'ল। তেন্তে আমিও অগ্নিযুগৰ এটি এটি ফিৰিঙ্গতি। খাণ্ডৱবন দাহ কৰি খাণ্ডৱ-প্ৰস্থৰ মঙ্গল যজ্ঞ পাতিম। আমিও উগ্ৰ। শিল ভাঙি টুকুৰা-টুকৰ কৰি যাম।

কোনে জানে কোন দিনা মহাযজ্ঞত আহুতি পৰিব। যজ্ঞ সমাপন হলেই পাৰুলক ডাকযোগে জানিবলৈ দিম—

"পাৰুল, মৰম লবা। তোমাৰ প্ৰেৰণাই মোক বুকুত সাহ দিছে। জীৱন দুৰ্য্যোগত ৰীতাৰ ভাগ্যই শ্ৰেষ্ঠত্ব লাভ কৰিছে। দুৰ্য্যোগ মানে হয়তো তুমি নুবুজিবা—শুনা বাট-পথ ধ্বংশ কৰি গৈছে—তথাপি মাৰ্চ্চ কৰি গৈছো; ঘোপ মৰা আন্ধাৰ হাতে হাতে কৃপাণ লৈ ৰঙা তেজ বিচাৰি পংগপালৰ কোলাহল। তেতিয়া হয়তো আমাৰ কামানে গৰ্জ্জি উঠিবলৈ সময় নেপায়। ইয়াৰ পাচত জীৱন নৌকাই পাৰাপাৰ নিচিনি উজাব নোৱাৰা হয়। ইত্যাদি ইত্যাদি, বুজিছা পাৰুল।

ৰীতাকো মোৰ মৰমখিনি ভগাই দিবা। মহিমে আজিকালি ৰীতাক আগৰ দৰেই মৰম কৰেনে বা ৰীতাই মহিমদাক ভাল পায়নে? তুমি হয়তো ভাবিছা মহিম ৰীতাৰ "দা" হয় আকৌ মৰম নকৰিব কিয়। কেনে প্ৰশ্নটো সোধে?

আমি পতা যজ্ঞত এতিয়াও আহুতি পৰা নাই। আহুতি দিবলৈ কোনটো ভবিষ্যত আগ-বাঢ়ি আহে ক'ব নোৱাৰো। আমাৰ 'ডিচিপ্লিনে' তেনে কথাৰ সন্ধান নলয় পাৰুল। আজিলৈ নাই। তোমাৰ মৰমৰ।"

Discipline! চকখাই উঠিলো। শৰীৰৰ ৰক্ত-মাংসত যেন 'ডিচিপ্লিন"বোৰ সোমাই আছে। জীৱনৰ অন্ধ গলিত এইবোৰে উশাহ নেপাই—কালপুৰুষ, নেপচুন, প্লুটোক সেৱা জনাইছে।

তেজ ৰঙা যুদ্ধ প্ৰাঙ্গণৰ ৰঙা ডায়েৰীটোৰ ভিতৰত পাৰুলৰ চিঠিখন সুমাই থৈ বন্দুকটো কান্ধলৈ তুলি ললো।......

দুৰ্ব্বহ বোজাটো হৈ পৰি থকা ক'লা শিলটোৰে দিনান্তৰৰ ক্লান্তিখিনি ঢাকি থৈ আহিলো। ছিঃ শিলটো ইমান ক'লা!!



©KKH Library, JBC

#  এৰিয়েল্ 

শ্ৰীঅৰুণচন্দ্ৰ ভূঞা

ধুনীয়া বঙলাটোৰ বঙা ক্ল'ৰখনৰ ওপৰত অস্থিৰভাৱে মৃদুলাই পদচৰণ কৰিব লাগিছে। পৰ্টিক'ত থকা বঙা ফুলৰ তাবকেইটাত বিলাতী আৰু অসমীয়া ফুল কিছুমান ফুলিছে। কাৰৰ কাৰপাৰ্ক খনৰ এটা দিশ গুল্ম ফুলৰ লতাৰে আৱৰি আছে। উজ্জ্বল লাইটটোৰ পোহৰত চাৰিও দিশ জকমকাই আছে।

মৃদুলাই বাহিৰলৈ চালে। শাওনৰ নীলা আকাশখনত চকামকা ক'লা ডাৱৰৰগতি। জোনটোৱে এতিয়াও ডাৱৰৰ আগত পৰাজয় স্বীকাৰ কৰা নাই। শেঁতা পোহৰৰ একাজলি আহি মৃদুলাৰ মুখত পৰিছে। তামোল গছ দোজোপা-মানে পোহৰকণৰ পোন পথ গতিক বাধা দিছে। মাজে মাজে চেঁচা মন্দুনৰ বোকোচা বোৱা বতাহ বলিছে।

আলিবাটটোত লাইট কেইটাই নিঃসঙ্গ ভাবে পোহৰ দিছে। মাজে মাজে পুলিচ আৰু মিলিটেৰীৰ কনভয়বিলাক অহা-যোৱা কৰিছে। দিনান্তৰৰ যাত্ৰী ঃ ৰ'বৰ অৱসৰ নাই, সকলো ব্যস্ত। কিছুদূৰত কুকুৰ কেইটামানে ভুকভুকাইছে। এতিয়া দোকান-বজাৰত মানুহৰ ভীৰ বাঢ়িছে। ৰাতি বাঢ়ি অহাৰ লগে লগে মানুহ কমি আহিব। নৈশ জীৱন-যাপন কৰিবলৈ এতিয়াও পৰমাণু জগতৰ মানুহৰ আৱশ্যক হোৱা নাই। দিনটোৰ শেষত ৰাতিৰ বিশ্ৰামকণ সঁচাকৈয়ে কিমান সোৱাদ!

ড্ৰয়িং ৰুমটোৰ সিফালৰ কোঠা দুটাত মৃদুলাৰ ল'ৰা-ছোৱালী হালে পঢ়িছে। সিহঁতৰ মুখৰ অস্ফুট শব্দবোৰে মৃদুলাৰ কাণৰ পৰ্দাত খুন্দিয়াইছেহি। মৃদুলাই পৰ্দাৰ ফাঁকেদি ভিতৰলৈ চায়; দুটা কোঠা ভেদি তাইৰ দৃষ্টি পাকঘৰত পৰেগৈ। ৰান্ধনি লৰা মহেশ্বৰে ৰান্ধিবলৈ যো জা কৰিছে।

হঠাতে তাই তাইৰ গতিক বাধা দিয়ে। অনামিকা চলিহাৰ কাৰণে অপেক্ষা কৰি কৰি তাই ভাগৰি পৰিছে। নাই, বহুত পলম হ'ল। তাই ঘৰীটো চায় ৭-৩০। কি যে এই মাইকী মানুহবোৰ! সময়ৰ মূল্য যে কিমান, সেইকন বোধকৰো বোধগম্য হোৱাই নাই। গিৰিয়েকহঁতৰ লগত মাত্ৰ ৰোমান্টিক কবিতাৰ আলোচনা কৰিব পাৰে। আজি ডাঙৰ 'পাৰ্টিটো' হ'বলৈ। গিৰিয়েকৰ ওপৰতো মৃদুলাৰ খং উঠে। তাইক লৈ যোৱা হলেনো কি দিগদাৰ হ'লহেতেন।

সাজপাৰ কৰি থকা মৃদুলাৰ মনলৈ ক্ষোভ আহে। তাই লয়লাশ গতিৰে ড্ৰইং কমত সোমাই বিবাট এইস-এম-ভি ৰেদিঅ'টোৰ চুইচটো পকাই দিয়ে। ৰেদিঅ'টো তপত হওতে অলপ সময় লব। সেইকন সময়তে তাই ওৱেভটো মিদ্ ওৱেভলৈ আৰু মিটাৰডাল ৩৮৪'৬ মিটাৰত থয়হি।

লাইট এটাই উজ্জ্বল ভাবে পোহৰ দিছে। কাৰ্পেটখনৰ ওপৰত থকা দামী কুচনকেইখনে যেন বেচ আৰামেৰে বিশ্ৰাম লৈছে। বগা দেৱালত বুদ্ধ, মহাত্মা, নেহেৰু আৰু ৰাজাজীৰ ফটোৱে জাতীয়ত্বৰ পৰিচয় দিছে। ছুটা চুকত ছখন ষ্টেন্দিং ফটো—এখনত এহাল কৃষক আনখনত নৰ্ট ৰাজৰ তাণ্ডৱ নৃত্যই ৰূপ দিছে। কাষত থকা স্ত'ভটোৰ ওপৰত কিছুমান মাৰ্ব্বল পাথৰৰ মূৰ্ত্তি, ফুলৰদানী আৰু নানা প্ৰকাৰৰ সৰু পুতলাই শোভা বৰ্দ্ধন কৰিছে।

মৃদুলাই উঠি গৈ লাইটটো নুমুৱাই ডিম্ লাইট এটা জ্বলাই দিয়ে। নীলা পোহৰেৰে সৰু কোঠাটো ভৰি পৰে। তাই সৰু চকী এখন টানি নি ৰেদিঅ'টোৰ ওচৰতে বহেগৈ।

ৰেদিঅ'টোত শব্দৰ সৃষ্টি হৈছে ঃ ৰেদিঅ'ই কথা কৈছে।

"ফাগুনৰ এই কলিয়া আকাশত
মোৰ পৰাণে একোকে নামানে,
স্মৃতিৰ কণাবোৰ উফৰি উফৰি
মোৰেই কোমল হিয়াত লাগে।

নাৰী কণ্ঠৰ বিৰাগ সুৰত গানটো বাজিব লাগিছে। শব্দৰ টুকুৰাবোৰে নিবৰ কোঠাটো উত্তপ্ত কৰি তুলিছে। বাৰিষা গুৱাহাটী কেন্দ্ৰৰ ভালদৰে গান নাহে। এৰিয়েল ডাল কঁপিছে। শব্দবিলাক এটা গতিত অহা নাই। মাত্ৰা কেতিয়াবা বেচি হৈছে কেতিয়াবা খু-ব কমি গৈছে। বাহিৰত বিজুলীয়াইছে। ইঠাৰত সি প্ৰতিবন্ধক জন্মাইছে। ৰেদিঅ'টোত মাজে মাজে চেৰেক্ চেৰেক্কৈ শব্দ হৈছে। তাৰ্‌লাৰ তীব্ৰ লহৰে ৰেদিঅ'ৰ ডায়েলফৰ্ম্ম খনত খুন্দিয়াইছেহি। মৃদুলাই আকৌ ভালদৰে ভলিওম্ আৰু মিটাৰ-ডাল ঠিক কৰি দিয়ে।

ক্লাৱাৰভেছটোত থকা মেৰী গ'ল্ড আৰু ৰজনী গন্ধাই গোন্ধৰ সঁফুৰা মেলিছে। ফচ্-ফচীয়া নম্ৰ গোন্ধটো মৃদুলাৰ ভাল লাগে। মৃদুলাই তাইৰ চাদৰখন শুঙি চায়—ইভিনিং পেৰিছ্'ৰ গোন্ধটো যোৱা নাই। সুগন্ধ-সুবাসেৰে কোঠাটো উপচি পৰিছে—তাত মৃদুলাই তন্ময় হৈ ডুব মাৰিছে।

গানটো শেষ হৈ গৈছে। "এনাউন্‌চাৰৰ" মাতটো ভাঁহি আহিছে—"এইবেলি শুনক পল্লৱ শইকীয়াৰ এটি ছুটি গল্প ; নামটো হৈছে "নীলা আকাশৰ বগা পোহৰ।"

তন্ময়ৰতা মৃদুলা, গাত চাবুক পৰাৰ দৰে উচপ খাই উঠে—পল্লৱ দা নেকি ? তাই মনতে ভাবে ভলিওমটো বঢ়াই দিয়ে। নাই, ৰেদিঅ'ত এৰাৰহে বাজে। তাই উঠি গৈ খবৰ কাগজত ৰেদিঅ'ৰ প্ৰগ্ৰেমখন চাব খোজে।

"নমস্কাৰ," ৰেদিঅ'ত বাজে।

মৃদুলাৰ হাত ছখন ওপৰলৈ উঠি আছে। অতৰ্কিতে, মুখত ফুটি উঠে অস্ফুট স্বৰত 'নমস্কাৰ' শব্দটো। তাই পিচলৈ ঘূৰি চায়, তাইৰ ভুল ভাঙে। এই শব্দ ছশ মাইল দূৰৰ পৰা ভাঁহি

©KKH Library, JBC

আহিছে। শব্দত প্ৰাণ আছে ; কিন্তু সি অশৰীৰি। শব্দৰ দ্বাৰা সেই প্ৰাণীৰ জীৱন্ত সত্তা উপলব্ধি কৰিব পাৰি, কিন্তু সি স্পৰ্শৰ পৰা দূৰত, প্ৰদৰ্শনীয় হিচাবে ৰয়।

মৃদুলাৰ আৰু সন্দেহ নাই। তাইৰ স্মৃতিৰ পৰ্দ্দাত ভাঁহি উঠে পাহৰিব নোৱাৰা পল্লৱদাটো। আকৌ তাইৰ মনত পৰে, বহুত দিনৰ আগেয়ে পল্লৱদাই আহিবৰ সময়ত তাইক এটা নমস্কাৰ দিছিল ঃ কিন্তু অনভ্যাস হেতু সেইদিনা তাই প্ৰতি নমস্কাৰ দিবলৈ পাহৰি গ'ল। আজিৰ মৃদুলাই ৰেদিঅ'ত শুনিও কিন্তু সেইকণ ভুল নকৰিলে। বোধকল্লৰা গতানুগতিক জীৱনৰ আৱ-হাৱাই তাইক বাধ্য কৰালে। মৃদুলা বহি পৰে চকীখনত কিবা এটা শুনিবলৈ বৰ আগ্ৰহ ভাৱে— ভেলেণ্ডী পঙ্কজনীৰ দৰে।

"নীলা আকাশৰ ৰঙা পোহৰ." পল্লৱ শইকীয়াৰ গলগলীয়া মাতটো ভাঁহি উঠে।

লুইতপৰীয়া ধনবৰ ৰতনীৰ দৰে পল্লৱ আৰু মৃদুলায়ো হাজাৰ হাজাৰ নমস্কাৰ দিছিল,—চকুৱে চকুৱে কথা পাতিছিল ভাৱৰ মূক-উৰ্ম্মিমালাৰে। উৰ্ম্মিমালা আৰু মুখৰিত নহল। মৃদুলা আৰু পল্লৱৰ জীৱনলৈ জীৱন বেলখনে কিছুমান অশান্তিৰ, বেদনাৰ ডবাৰ যোগান ধৰিলে।

ই ভাৰতীয় সমাজৰ দুৰ্ব্বলতা। পুৰুষ নাৰী সকলোৱেই আছে এই দুৰ্ব্বলতা। প্ৰাচ্য আদৰ্শত দীক্ষিত হৈ ভাৰতীয় নৰ-নাৰীয়েও বিবাহ ক্ষেত্ৰত ভুল কৰে—বিৰাট ভুল। সময়ৰ বুলনিত, কথা কবলৈ অৱসৰ বৰ কম। কেতিয়াবা বহুত পলম হৈ যায়—মাত্ৰ বৈ যায় ঃ স্মৃতিৰ বুকুত "এৰা বাটৰ সুৰ।" অন্ধ নিমিলে ঃ গতানুগতিক ভাৱে লিখকৰ লিখনিৰ পৰা সৃষ্টি হয় প্ৰেমৰ কাহিনী। এহেজাৰ এনিশাৰ সুমধুৰ সপোন ভাগি যায় বাস্তৱৰ কৰ্কশ হাতত ঃ স্বৰ্গ নৰকত পৰিণত হয়। তথাপিও চিত্ৰকৰ, চিত্ৰকাৰিণী সকলে চেষ্টা কৰে এটা শান্তিময় পঁজাৰ এখন সুখী সংসাৰৰ ছবি আঁকিবলৈ।

"পৃথিবীত বহুতে বহুত হ'বলৈ চেষ্টা কৰে ঃ বহুত কিবাকিবি কৰিবলৈ আশা কৰে ঃ কিবাকিবি পাবলৈ কামনা কৰে ঃ ল'বলৈ ইচ্ছা কৰে ঃ ৰাখিবলৈ বাসনা কৰে। ভবিষ্যতৰ এই 'পোৱা' 'হোৱাটো' সদায় মানৱ জীৱনত অনাবিষ্কৃত নক্ষত্ৰ হৈয়ে ৰয়। সাধাৰণৰ জীৱনত ইয়াৰ ব্যতিক্ৰম খুব কমেই দেখা যায়। এই জীৱন্ত সূত্ৰ এটা সঁথৰ।

"পৃথিবীৰ বুকুত যুদ্ধ, মাৰিমৰক, ভূমিকম্প প্ৰকৃতিৰ বিৰাট বিৰাট বোমাবোৰো এটম আৰু হাইড্ৰোজেনৰ লগত শান্তিৰে আজিও জীয়াই আছে। শান্তিৰ মহান অস্ত্ৰ ঃ যুদ্ধলৈ সঙম হোৱা। এয়া, এচিয়াত, আফ্ৰিকাত, আমেৰিকাত আটাই-কেউখন মহাদেশত ৰঙা বন্তি জ্বলিছে। ই উজ্জ্বলতৰ হৈ অৰণ্যে এতিয়াও আলোকিত হোৱা নাই। ত্যাগ আৰু দয়াৰ প্ৰকৃত চাবিটো প্ৰেমৰ মাজত সোমাই আছে। প্ৰেমৰ অনুকম্পাতে আজিও মানুহ জীয়াই আছে, নহলে হয়তো কাহানিবাই যাহ গ'লহেঁতেন।

বঙ্ মনে তাৰ বন্ধু লেহ্মনক এটা সাধু কৈছিল—প্ৰেমৰ সাধু। এই সাধু প্ৰায় ৮ৰেজৰকুৱাৰ দিনতে কোনোবা গৰম কালি এচুকত চোতালত বহি থাকোঁতে ওলাইছিল। সেই সাধুৱে আজি প্ৰতিধ্বনি শুনিব।"

©KKH Library JBC

পল্লৱ শইকীয়াই অনৰ্গল কৈ গৈছে।

"সমীৰক মই ভাল পাইছিলোঁ ঃ বন্ধু হিচাবে অৱশ্যে সি যে মোক ভাল পাইছিল তেনে নহয়। বন্ধু হিচাপে মই তাৰ পৰা যিমানখিনি জানিব পাৰিছিলোঁ। বা বুজিব পাৰিছিলোঁ, সেইখিনিকে আপোনালোকক কম।"

পল্লৱদা তুমি ভূৰা দিছা। বন্ধুৰ মুখা পিন্ধি তুমি মোক ফাঁকি দিব নোৱাৰা।

"বেদুইন মনৰ সমীৰৰ জীৱনটোৰ কথা কব খুজিছোঁ। সমীৰ, জীৱনৰ হেৰোৱা বাটৰ ৰঙহীন লাইট পষ্ট। সেই লাইট পষ্টৰ পোহৰ বাহিৰ জগতত অম্লান।" লাহেকৈ মৃদুৰ পল্লৱদাই গলহেকাৰি এটা মাৰে ঃ গলাটো পৰিষ্কাৰ কৰি ল'বলৈ।

মৃদুলা সচকিত হৈ পৰে। দুটা লৰা-ছোৱালীৰ মাক মৃদুলাৰ নাকৰ আগত লাজ নামৰ পদাৰ্থই খুন্দিয়াইহি। এয়া যে তাইৰ কুমাৰী জীৱনৰ দেৱতা পল্লৱদাই সাধু কৈছে। ভলিওমটো তাই কমাই দিয়ে—এই গল্প পৃথিবীৰ ভিতৰত আজি অকল তাই শুনিব, আন কোনেও নহয়। পল্লৱদাই সাধু কৈছে নে নিজৰ জীৱনৰ কাহিনী কৈছে?

"ধূমকেতুৰ দৰেই আবিৰ্ভাৱ হৈছিল সমীৰ, অবাঞ্ছিত ভাৱে এই পৃথিবীত। সিও আৰম্ভ কৰিলে তাৰ জীৱন বহেমিয়ান ষ্টাইলত, মনতে থিবাং কৰিলে ওমৰখৈয়ামী সুৰৰ সোঁতত উটি যাবলৈ।

"আজি সমীৰ বয়সত আগবাঢ়িছে। সি আজি শুনিছে খেয়া জাহাজৰ দীঘলীয়া উকি। মৰুভূমিৰ বুকুত আজি কাৰাভানে বিশ্ৰাম লবৰ উপক্ৰম কৰিছে। তাৰ কাণত বাজিছে বিদায়ৰ সংকেত ঃ বিদায়ৰ সুৰ, বিষাদৰ কৰুণ আলাপ।

সমীৰৰ জীৱনৰ সমান্তৰাল সাকোঁডাল পোনাই লৈ লওঁ। আজিৰ পৰা কেইবাহাজাৰো নিশা বিয়োগ দিব লাগিব। প্ৰায় দহ বছৰৰ আগৰ কথা। সমীৰৰ কিন্তু সেই দহ বছৰৰ আগৰ কথাই প্ৰাণত আজিও কল্লোলৰ সৃষ্টি কৰে। তাৰ চকুত সেই পলৰীয়া স্মৃতিয়ে এতিয়াও অহা-যোৱা কৰে।

বেদুইন সমীৰে পাইছিল সহচৰ, এটা বিলিফ কেম্পত। এই সমীৰ যি কাকো ভাল নাপায় ঃ কোনেও ভালো নাপায়, সেই সমীৰ ; সি ভাল পালে তাকো ভাল পালে ঃ এক শৰীৰি পদাৰ্থই। কিন্তু ই ঘটিল এটা অতি কুক্ষণত। তাৰ জীৱনৰ শুকতৰা অস্তাচলৰ পথত দেখা দিলে। শুকতৰাই দেখা দিলে আৰু লীন হৈ গ'ল নীল আকাশত।"

মৃদুলাই ভালদৰে কান পাতি ৰয়—শুকতৰাৰ সম্ভেদ ল'বলৈ।

"নগাৰঁৰ, হয় নগাওঁতেই, তাৰ বিলিফ কেম্পত অভং সমীৰটোৱে ভাল পাই পেলালে শান্ত অথচ ধুনীয়া মৃদুলাজনীক।"

ইলেকট্ৰিকত চক্ খোৱাৰ দৰে চক্ খাই উঠে মৃদুলাই, সমীৰ, সমীৰ নহয় সেয়া পল্লৱদা। আজি পল্লৱদাই তাইক শুনালে,—তেওঁ তাইক ভাল পাইছিল—কিন্তু এতিয়া যে পলম, বহুত হৈ গৈছে। বহল পাইজামা আৰু দীঘল পঞ্জাবী ছাৰ্ট পিন্ধা উজ্জ্বল চকু জুৰীৰে থকা সাতাইছ বছৰীয়া পল্লৱদাটো। এতিয়া ছাগে?

পল্লৱদাৰ মাতত আগৰ সেই গম্ভীৰতাটো বহুত পৰিমাণে লয় পাইছে ঃ মাজে মাজে গলাটো কঁপিছে।

'মৃদুলা আছিল সমীৰৰ কেম্পতে আন আন ছোৱালীবিলাকৰ লগত। বিলিফৰ কামত সিহঁত তেতিয়া ভীষণ ব্যস্ত। এদিনৰ এটা ক্ষুদ্র ঘটনাৰ পৰাই মৃদুলাৰ লগত চিনাকি হ'ল, সমীৰৰ।

"নগাৱঁত ভীষণ বানপানী। সন্দিকৈ কলেজৰ ছাত্রী আছিল মৃদুলা। দ্বিতীয় বাষিক শ্রেণীত পঢ়িছিল। অন্য ছোৱালীবিলাকৰ লগত তায়ো উপযাচি আহি বানবিধস্ত পৰিয়ালক সেৱা কৰিবলৈ লাগি যায়।'

পল্লৱদা আছিল স্নাতকোত্তৰ শ্রেণীৰ। পল্লৱদাই পাহৰিলেও মৃদুলাই সেইদিনাৰ চিনাকিৰ কথা পাহৰিব নোৱাঁৰে। তাই গৈছিল পল্লৱ শইকীয়াৰ ওচৰলৈ এখন আলোচনী আনিবলৈ উদ্দেশ্য আছিল আজৰি সময় কটোৱা।

"আপুনি আমাৰ কেম্পতে থাকেনে কি? বোধকৰো মই আপোনাক সহায় কৰিব লাগে; ক'ব নে, কি হিচাপত মই আপোনাক সহায় কৰি বাধিত কৰিব পাৰোঁ!" পল্লৱদাৰ অপ্রত্যাশিত কথাবোৰ শুনি মৃদুলা প্রথমতে আচৰিত হৈ পৰিছিল। ইমান ওচৰত থাকিও পল্লৱ শইকীয়াই তাইক চিনি নাপায়। তাই যেতিয়া আলোচনী খনৰ কথা ক'লে; পল্লৱে সেইখন তাইক দি ক্ষমা খুজিছিল অনুকম্পাৰ সুৰত। ক্ষমা খুজিব লাগিছিল মৃদুলাই কিন্তু খুজিলে পল্লৱে ঃ তাৰ পিচত বহুত কথাই সিহঁতে পাতিছিল।

"সমীৰৰ খোৱা-পিন্ধাত বৰ লাগ-বান্ধ নাছিল। কেতিয়াবা মন গ'লে খুব শুইছিল, কেতিয়াবা মন গ'লে খুব ফুর্ত্তী কৰিছিল।

"মৃদুৰ সাহায্যত তাৰ জীৱনৰ স্মৃতিটো সফলি হৈ গ'ল। মৃদুৰ মাজত সি বহুত নোপোৱা কিবাকিবি পালে; সেইবোৰক সি আজিও পাহৰিব নোৱাৰিলে।

"জীৱনৰ মধুৰ স্বাদটো কোনেও পাহৰিব নোৱাঁৰে। সমীৰে এদিন মোক তাৰ এই মধুৰ স্বাদটোৰ কথা কৈছিল অকপট ভাৱে। কাম কৰি আহি ভাগৰত মৃদুৰ হাতৰ পৰা চাহৰ কাপটো লৈ সি অদ্ভুত সুখৰ আনন্দ পাইছিল। সেই কাপটোৰ বুকুত সি পাইছিল অফুৰন্ত মৰম কিছুমান। সি আছিল ভ্রমৰ, মৃদু আছিল চাকী ঃ চোৰাহী ভৰাই সি পিলিছিল চাহ।

সমীৰে মোক কৈছিল—'পল্লৱ, মৃদুক মই ক'ব নোৱাঁৰিলো তাইক মই ভাল পাওঁ বুলি। একে কেম্পৰে; আমি সকলো আছিলোঁ একে বাটৰে যাত্রী। মৃদুৱে মোক ঘিণ কৰিব বুলি তাইক মোৰ অন্তৰৰ কথা নজনালোঁ। বহুত দিন মই আশা কৰিছিলোঁ তায়ে মোক সেই কথা জনাব বুলি। মৃদুৱে হয়তো মোক শ্রদ্ধা কৰে ঃ মোৰ কথা শুনিলে বা কি নাভাবিব।"

এইখিনিতে ভুল হৈ ৰ'ল গোটেই অঙ্কটো। মই ছোৱালী, সিমানকণ সাহস কেনেকৈনো পাম পল্লৱদা? ময়ো ভাবিছিলোঁ, বহুতো দিন অপেক্ষা কৰিছিলোঁ আপোনাৰ পৰা কিবা পাম বুলি।

"সমীৰেও একো নকলে।" পল্লৱদাৰ মাতটো কঁপিছে; হয়তো চকু দুটা মোহাৰি লৈছে।

"বুঢ়া-পৰা এটা ঠিক নৌ হওঁতেই কেম্প ভাগি গ'ল। সকলো নিজ নিজ ঠাইলৈ গুচি গ'ল। সমীৰৰ বুকুত বহি ৰ'ল আকোঁৰ-গজালীকৈ মৃদুৰ সোঁৱৰণি।

©KKHLibrary,JBC

"কেম্প ভগাৰ তিনি মাহৰ পিচত গুৱাহাটীত সমীৰে শুনিবলৈ পালে মৃদুলা হাজৰীকা অলপতে বৰুৱালৈ ৰূপান্তৰ হ'ব। সমীৰে ভাবি ৰ'ল। মৃদুৱে নিশ্চয় এইবাৰ প্ৰতিবাদ কৰিব ঃ বিপ্লৱ কৰিব ঃ আৰু তাক জনাব তাইৰ প্ৰেমৰ কথা। কিন্তু সকলো ভুল হৈ যায়।"

মা-দেউতাৰ অবাধ্য কোনো দিন হোৱা নাছিলোঁ মই পল্লৱদা। সেই সময়ত প্ৰতিটো কথাতে মোৰ আপোনালৈ মনত পৰিছিল, ভাবি-ছিলোঁ আপোনালৈ এখন চিঠি দিওঁ। কিন্তু পিচতে ভাবিলোঁ, মিছাকৈয়ে এটা কেলেঙ্কাৰীৰ সৃষ্টি কৰাহে হ'ব, হয়তো আপুনি প্ৰত্যাখান কৰিব। আপোনাৰ স্মৃতিকে কঢ়িয়াই মা-দেউতাৰ কথাত সন্মতি দিলোঁ।

"অপ্ৰত্যাশিত ভাৱে সমীৰৰ হাতত এদিন পৰে মৃদুলাৰ নিমন্ত্ৰণিৰ চিঠিখন। কোনোবা সমুদ্ৰ বৰুৱাৰ লগত বিয়া। সমীৰৰ ভাৱৰ আঁত হেৰায় যায়। সমীৰে মৃদুলৈ চিঠি দিয়ে—বিয়া পতাত সুখী, ভবিষ্যত জীৱন সুখৰ হওক, তাকেই সি কামনা কৰে; নিতান্ত ভদ্ৰতাৰ খাতিৰত বুকুত এটা বেদনালৈ সি চিঠিখন দিলে। বিয়াৰ দিনা সমীৰে বহুত নাৰ্গিছ ফুল, তগৰ ফুল ব্ৰহ্মপুত্ৰৰ বুকুত অজানৰ উদ্দেশ্য ত্যাগ কৰিলে। কামাখ্যালৈ গৈ সি পূজা কৰিলে মৃদুৰ মঙ্গলৰ হেতু। সিদিনা সি বহুত নিশালৈকে উজাগৰে থাকিল ঃ শুকতৰা জাগোঁতেহে তাৰ চকুত নিদ্ৰাদেৱীৰ কোমল হাতৰ পৰশ পৰিছিল।'

উস্ পল্লৱদা, আপুনি ভীষণ ভুল কৰিলে। এবাৰ যদি মোক কলেহেতেন? তেনেহ'লে—মৃদুলাৰ বুকুত শোকবিলাক উপচি পৰে।

'সেইদিনাৰ পৰা সমীৰ হ'ল পুৰা বেদুইন। স্থানীয় কলেজ এখনত সি বুৰঞ্জীৰ অধ্যাপক হৈ সোমাল ঃ মাত্ৰ দুবেলা দুমুঠিৰ কাৰণে, উচ্চ আদৰ্শ বা উচ্চ আকাঙ্ক্ষাৰ কাৰণে নহয়। তাৰ আচল পুৰণি প্ৰকৃতিবিলাক আকৌ জাগ্ৰত হৈ পৰিল। চিৰকুমাৰ হৈ ৰ'ল সমীৰ। জীৱনত আধা পোৱাৰ বেদনা সি হয়তো কোনো দিনেই পাহৰিব নোৱাৰিব।

সমীৰে পাহৰিব নোৱাঁৰিলে মৃদুৰ কথা, মৃদুৰ সেই সমীৰদা সম্বোধনটো! সমীৰে বুজিলে তাৰ প্ৰেমে মৃদুৰ অন্তৰত প্ৰতিধ্বনি তুলিব নোৱাঁৰিলে। আকাশখন বহুত দূৰত ৰ'ল ঃ চুব পৰাৰ পৰা আঁতৰি গ'ল।

কম্বোডিয়াৰ গহীন বনত, মেকঙৰ পাৰত টমাছ্ নৈৰ, নীল নৈৰ পাৰত বুৰঞ্জীৰ পুনৰাভিনয় হ'ল। জীৱনৰ মৰা স্মৃতিত চাইমুম বলিল। পাটকাই টিঙৰ ওপৰতো কাৰোবাৰ পদধ্বনী, কিহবাৰ প্ৰতিধ্বনি বাজিব লাগিল।

সৰি পৰা দুপাহি অৰ্কিডৰ দৰে সমীৰৰ উজ্বল চকু জুৰিৰ পৰা যৌৱন আঁতৰি গ'ল। কলঙপৰীয়া সুৰধ্বনি আকাশৰ সীমনাত মাৰ গ'ল, এটা দিগন্তত মাত্ৰ বাজি ৰ'ল এটা চিনাকি, শুনিবলৈ ভাল লগা অথচ পুৰণি আধাফুটা সুৰ।

সমীৰে এই সুৰত প্ৰাণ দিবলৈ ধৰিলে। জীৱনৰ নিৰাশ ৰামধেনুক কলীয়া ডাৱৰৰ পৰা আঁতৰায় ৰাখিবলৈ সি হ'ল সাহিত্যিক। তাৰ অক্ষম প্ৰেমে কেইবাটাও গল্প আৰু কবিতাৰ জন্ম দিলে।

সমীৰৰ জীৱনত এতিয়া সন্ধিয়া নামিছে। আকাশৰ নীলা ৰং হেৰাই গৈছে। সমীৰৰ

©KKH Library, JBC

চকুত আজি শেতা জোনৰ কোমল জোনাক। সিদিনা তাৰ পৰা এখন চিঠি পাইছিলোঁ; সি লিখিছে—'পৃথিবীক তো আৰু নাপাওঁ···যি কেই-দিন আছো পৃথিবীক ভাল পাই লওঁ। মোৰ যা যাবৰী জীৱনটোৰ কাৰণে অকণো আক্ষেপ নাই, আৰু কাৰোবাৰো যে আছে তাকো মই নাভাবো। আকাশৰ পৰা পপীয়া তৰা খহিলে মানুহে নাকান্দে, তাৰ বিপৰীতে থুৱায়"—পল্লৱ শইকীয়াই কাঁহ এটা মাৰি আকৌ আৰম্ভ কৰে—'এইটোৱেই সমীৰ, পপীয়া তৰাৰ দৰে খহি যাবলৈ উপক্ৰম কৰিছে।

নীলা আকাশখনত বঙা ডাৱৰ কিছুমান থুপ খাইছে। বঙা বঙৰ চিন্ শান্তিৰ বা প্ৰেমৰ নহয়; অশান্তি, বিদ্ৰোহ আৰু বিপ্লৱৰ চিন্। সমীৰ আজি এই বঙা বঙৰ ভক্ত। নীলা আকাশ-খনক সি বঙা কৰিব: তাৰ অক্ষম, অৱদমিত প্ৰেমৰ দ্বাৰা। নীলা আকাশত বঙা পোহৰ সি জগায় তুলিব।"

মৃদুলাই উচুপিছে। ৰেদিঅ'টোত কিবা খাচিয়া প্ৰগ্ৰেম এটা চলিছে। তালৈ তাইৰ ভ্ৰূক্ষেপ নাই। ওচৰৰ সৰু সৰু কোঠা দুটাত নিজান পৰিছে। হয়তো বীৰু আৰু কবি কিতাপ হাতত লৈ টোপনি গ'ল। চাৰিওফালে নীৰৱতাই বিৰাজ কৰিছে।

শাওনৰ আকাশখনৰ পৰা মূষলধাৰে বৰষা নামিছে। মৃদুলাই বাহিৰলৈ চায় নীলা আকাশখন আৰু ওচৰত নাই। নীলা আকাশখন বঙা বিজুলীৰ পোহৰত উদ্ভাষিত হৈ পৰিছে। এয়া, নীলা আকাশৰ বঙা পোহৰ।

মৃদুলাই বহুত সময় বুকু ফুলায় ফুলায় কান্দিলে। এই ভুল কাৰ? তাইয়োতো একে ফলকে ভুগিছে: সমুদ্ৰ বৰুৱাক বিশ্বাস ঘাট-কতা কৰিছে। হেৰায় যোৱা দিনৰ উপকূলৰ সাধুকথাবোৰে তাইৰ বুকুত আজিওতো বাজে।

পল্লৱদা এদিন পপীয়া তৰা খহাদি খহি পৰিব। পল্লৱদা কৱি, সাহিত্যিক, বেদুইন: নীলা আকাশত বঙা পোহৰৰ স্ৰষ্টা।

মৃদুলাৰ জ্ঞান আহে। তাই ৰেদিঅ' এটাৰ আগত কান্দিছে। কোনোবাই দেখিলে কি কব; তাই ততাতৈয়াকৈ চকুপানীবোৰ চাদৰৰ আগেৰে মুছি পেলায়।

ৰেদিঅ'টোৰ চুইচটো অফ কৰি এৰি-য়েল ডাল খুলি থয়।



©KKH Library, JBC

সুৰৰ লহৰ :—



# ভাৰতীয় সঙ্গীত—শান্তাপ্ৰসাদ, মুন্নেখাঁ

( চমু আলচ )

শ্ৰীপ্ৰফুল্লচন্দ্ৰ শৰ্ম্মা

©KKH Library, JBC

সঙ্গীত সাধনাৰ বস্তু। গীত, বাদ্য, নৃত্য এই তিনিবিধৰ সংযোগতে সঙ্গীত ললিত কলা বুলি পূৰ্ণতা লাভ কৰে। সুৰেই সঙ্গীতৰ প্ৰাণ, সেই সুৰেই ব্ৰহ্মৰ পূৰ্ণ বিকাশ। সেয়েহে স্ৰষ্টাৰ সৃষ্টি সেউজবুলীয়া পৃথিবীৰ মৰম বুকুৰ সকলো জীৱ সুৰ-বলীয়া।

ভাৰতীয় সঙ্গীত পৃথিৱীৰ প্ৰাচীন ললিত-কলা। ভাৰতীয় সঙ্গীতৰ ধাৰাবাহিকতা তাৰ সুৰৰ ওপৰতে ভিত্তি কৰি লক্ষ্য কৰা হয়। পৃথিবীৰ আন সভ্য জাতিবিলাকৰ সঙ্গীততো এই ধাৰাবাহিকতা দেখা নাযায় বুলি অনুসন্ধিৎসু পণ্ডিতসকলৰ অভিমত। অনাৰ্যৰ কেন্দ্ৰত ৰাগ সঙ্গীতৰ প্ৰচলন কৰোতা 'নাৰায়ণ মেননে' এই সম্পৰ্কত ইজিপ্টৰ প্ৰাচীন সঙ্গীতৰ কথাকে উল্লেখ কৰি আলোচনা কৰিছে। তেখেতে কয় "ভাৰতীয় সঙ্গীতৰ ধাৰাবাহিকতা এই কাৰণেই বিশেষ উল্লেখযোগ্য। খ্ৰীষ্টজন্ম হোৱাৰ পূৰ্ব্বেই ভাৰতীয় সঙ্গীতত তত্ব প্ৰয়োগ পদ্ধতি আৰু ৰস-বিচাৰ আৰম্ভ হয়। ৰস গ্ৰহণৰ লগত তেওঁলোকে দেহ তত্বৰ এটি সম্বন্ধ আৱিষ্কাৰ কৰিছিল। ভাৱ, বিভাৱ আৰু অনুভাৱৰ বিশ্লেষণ কৰাৰ উপৰিও তেওঁলোকে নিজ্ঞান মনৰ স্বৰূপো উদ্‌ঘাটন কৰিছিল। তেওঁলোকৰ বিশ্লেষণ পদ্ধতি যুক্তিসম্মত আছিল আৰু তাত্বিক সিদ্ধান্ত সমূহৰ প্ৰয়োগতো কৃতকাৰ্য্য হৈছিল। গ্ৰীক জাতিয়ে এনে ব্যাপক ভাৱে বিশ্লেষণমূলক ৰস-বিচাৰ কৰিব পৰা নাছিল।" এয়ে হ'ল ভাৰতীয় সঙ্গীতৰ ব্যাপক স্বৰূপটোৰ সংজ্ঞা।

সঙ্গীতত গায়ন-বায়ন তথা নৃত্যৰ লগত তাল দিয়া কথাটো অতি প্ৰাচীন। সঙ্গীতত লয়-তালৰ এক বিশিষ্ট স্থান আছে। বিদেশী সঙ্গীতত লয়ৰ ওপৰত বেচি গুৰুত্ব দিয়া হয়। কিন্তু ভাৰতীয় সঙ্গীতত তাল আৰু লয়ৰ ওপৰত সমানে গুৰুত্ব দিয়া হয়। পুৰণি গ্ৰন্থই

# আজিৰ মধুৰ সন্ধিয়া বেলাত

( গীত )

শ্ৰীপ্ৰদীপ শৰ্ম্মা

( ১ )

আজিৰ মধুৰ সন্ধিয়া বেলাত
সমীৰণে পৰশ বুলাই
কোন দূৰ অজানাৰ অপৰিচিতাৰ
হিয়া ভৰা প্ৰীতি যাচি যায়

( ২ )

কোন দূৰণিৰ সুৰ কুঁৱৰীৰ
মলয়াত ভাহি আহে হিয়াৰ ভাষা
মোৰ হৃদয়ৰ অনুকনা
দিয়েহি কঁপায়
সুৰে সুৰে পুলক জগায়
সমীৰণে পৰশ বুলাই।

( ৩ )

কাৰ নয়নৰ দীপাৱলী হ'ই
আকাশত জিলিকিছে
শতেক তৰা
অনাগত জীৱনৰ সপোন ভৰা
মনোৰম শত আশা লই
আকাশত দীপাৱলী হ'ই

©KKH Library, JBC

তাল শব্দটোৰ উৎপত্তি ভগৱানৰ পৰা হোৱা বুলি কয়। কথিত আছে যে শিৱৰ তাণ্ডৱ নৃত্যৰ প্ৰথম আখৰ 'তা' আৰু পাৰ্ব্বতীৰ লাস্য নৃত্যৰ আদি আখৰ 'ল' দুয়োটা গোট খাই 'তাল' হৈছে। (সুৰৰ ছন্দ প্ৰদৰ্শনেই তাল') বৃত্ৰাসুৰক বধ কৰোতে শিৱই তাণ্ডৱ নৃত্য কৰিছিল আৰু লগত সঙ্গত কৰিছিল পুতেক গণেশে। দুৰ্গাদেৱীয়ে মহিষাসুৰক বধ কৰোতে মৃদঙ্গ ধ্বনি হৈছিল। দুৰ্গাদেৱীক "তালনাদ প্ৰিয়াচৈৱ মৃদঙ্গ ধ্বনি তৎপৰা" বোলা হয়।

কথিত আছে যে প্ৰাচীন কালৰ "দুৰ্দ্দৰ" নামৰ এবিধ বাদ্য যন্ত্ৰৰ লগত আজিকালিৰ তবলাৰ মিল আছে। ভৰতমুনিৰ দিনৰ পৰা শাৰঙ্গদেৱৰ দিনলৈকে গায়ণৰ লগত মৃদঙ্গ বা পাখোৱাজৰ ৰূপত 'দুৰ্দ্দৰ' নামৰ যন্ত্ৰৰ প্ৰয়োগ হৈছিল বুলি অনুমান কৰা হয়। কিন্তু ত্ৰয়োবিংশ শতাব্দীৰ পাচৰ পৰা লাহে লাহে তবলাৰ প্ৰচলন হ'বলৈ ধৰিলে। তবলাৰ জন্মদাতা হিচাবে 'আমিৰ খশ্ৰুকেই' বহুতে ভাবে যদিও ইয়াত যথেষ্ট মতভেদ আছে। * 'তবলা' শব্দটো পাৰ্চী ভাষাৰ তবল (নক্কাৰা) শব্দৰ অপভ্ৰংশ। তবলাৰ লগতে পাখোৱাজৰ প্ৰচলন আছিল। এই পাখোৱাজ দুভাগ কৰি তবলাৰ বৰ্ত্তমান অৱস্থালৈ অনা হৈছে বুলি অনেকে কয়। তবলাৰ বেলেগ বেলেগ ঘৰণা আছে। উদাহৰণ স্বৰূপে দিল্লী ঘৰণা, লক্ষৌ ঘৰণা, পূৰ্ব্ব ঘৰণা, বানাৰস ঘৰণা, পঞ্জাব ঘৰণা আদিয়েই প্ৰধান।

পূৰ্ব্বৰ পৰাই কাশী নগৰীয়ে কেইবাগৰাকী সঙ্গীতজ্ঞৰ জন্ম দি আহিছে। বড়ে ৰামদাস, কণ্ঠে মহাৰাজ, পণ্ডিত আনোখিলাল পণ্ডিত শান্তাপ্ৰসাদ, কিষাণ মহাৰাজ, ৰচুলনবাই, হৰিশঙ্কৰ মিশ্ৰ, পণ্ডিত ৰবিশঙ্কৰ আদি বিখ্যাত সঙ্গীতজ্ঞসকলৰ জন্মস্থান কাশী মহানগৰী।

পণ্ডিত শান্তাপ্ৰসাদৰ জন্ম এই কাশী মহানগৰীতে। তেখেতৰ পিতাক বাচামিশ্ৰও এজন খ্যাতনামা তবলা বাদক আছিল। শান্তাপ্ৰসাদক "গুদাই মহাৰাজ" বুলিও জনা যায়। বাচমিশ্ৰৰ পিতাক দাদা শ্ৰীজগন্নাথ মহাৰাজ নেপালৰ ৰাজ দৰবাৰৰ এজন তবলা বাদক আছিল। শান্তাপ্ৰসাদে প্ৰথমে তেখেতৰ পিতাকৰ ওচৰতে শিক্ষাৰম্ভ কৰে। পিতাকৰ অকালমৃত্যুত তেখেতে 'বিকুমিশ্ৰ'ৰ ওচৰত পুনৰ শিক্ষা লয়। "যি মূলা বাঢ়িব তাৰ দুপাততে চিন" সময়ৰ লগে লগে শান্তাপ্ৰসাদে নিজ প্ৰতিভা

* "তবলাৰ সৃষ্টি সম্পৰ্কে এটা প্ৰবাদ আছে সম্ৰাট আকবৰৰ ৰাজগায়ক মিঞা তানসেনে 'খেয়াল" টপ্পাৰ লগত মৃদঙ্গ, পাখোৱাজ, খোল, ঢোলোক আদি কেইবাটাও বাদ্য সঙ্গত কৰি এটাতো সেইবিলাক গানৰ প্ৰকৃত তালৰ সৌন্দৰ্য্য উলিয়াব নোৱাৰি, পাখোৱাজৰ আৰ্হিৰে 'ডাইনা' আৰু 'বাঁয়া তৈয়াৰ কৰি টপ্পা খেৱালৰ লগত বজালত গানৰ অনুৰূপে বাজনা মিলি গল। 'তব বোলা' অৰ্থাৎ তেতিয়াহে বোলবিলাক ঠিক হল! তেতিয়াৰে পৰা 'ডাইনা' 'বাঁয়া'ৰ জুটীয়া নাম তব বোলা বা তবলা হল।" (সুৰ পৰিচয়)

©KKH Library, JBC

বিকাশ কৰে। বৰ্ত্তমান ভাৰতৰ শ্ৰেষ্ঠ তবলা বাদক সকলৰ ভিতৰত তেখেত অন্যতম। শান্তাপ্ৰসাদ "বানাৰসি ঘৰণা"ৰ পণ্ডিত। কিন্তু দিল্লী, পূৰ্ব্ব তথা পঞ্জাবী ঘৰণাও তেখেতে নিপুনভাৱে বজায়। "ভুকুতে কল নপকে"। শান্তাপ্ৰসাদে নিতৌ ১০।১২ ঘণ্টাকৈ তবলা অভ্যাস কৰিছিল। অশেষ কষ্ট কৰিহে তেখেত ভাৰতৰ এজন নিপুন তবলা বাদক স্বৰূপে খ্যাতি লাভ কৰিছে। অমায়িক শান্তাপ্ৰসাদে এতিয়াও নিজকে এজন শিক্ষাৰ্থী বুলি ভাবে। তেখেতে কোনো কথাছবিত তবলা বজোৱা নাছিল। বৰ্ত্তমান ভাৰতৰ শ্ৰেষ্ঠ কথাছবি পৰিচালক ভি শান্তাৰামৰ ভাৰতীয় নৃত্যকলাৰ অপূৰ্ব্ব সমাবেশ "ঝনক ঝনক পায়েল বাজে" নামৰ চিত্ৰখনিত প্ৰথমে তবলা বজাই বিশেষ সুখ্যাতি আৰ্জ্জন কৰে।

শান্তাপ্ৰসাদৰ পাচতে আৰু এজন সঙ্গীতজ্ঞৰ নাম উল্লেখ কৰিব পাৰি। তেখেত ওস্তাদ মুন্নেখাঁ। "তবলাৰ যাদুকৰ" মুন্নেখাঁৰ জন্ম ১৯১৭ চনত। ককায়েক 'ওস্তাদ মোস্তাক খাঁৰ' ওচৰত জন্মস্থান ৰাম পুৰতে শিক্ষা আৰম্ভ কৰে। মোস্তাকখাঁৰ মৃত্যুৰ পাচত 'মমীদখাঁৰ ওচৰত শিক্ষা লয়। দিনে ৪।৫ ঘণ্টাকৈ অভ্যাস কৰিয়েই শ্ৰেষ্ঠ তবলাবাদক ৰূপে খ্যাতি লাভ কৰে। ১৯৩২ চনত প্ৰথমে কলিকতাৰ সঙ্গীত সন্মিলনত অংশ গ্ৰহণ কৰে তেখেতে। এই সন্মিলনতে ওস্তাদ মুন্নেখাঁৰ খ্যাতি বৈ বৈ গৈছিল। ১৯৩৯ চনত তেখেতে লক্ষৌৰ অনাতাঁৰ কেন্দ্ৰত চাকৰি আৰম্ভ কৰে। ১৯৪১ চনত বোম্বেলৈ গৈ কেইখনমান চলচিত্ৰত অংশ গ্ৰহণ কৰে। যোৱা জুন মাহত অনিল কুমাৰ চন্দ্ৰাৰ নেতৃত্বত চীনলৈ যোৱা সাংস্কৃতিক প্ৰতিনিধি সকলৰ ভিতৰত মুন্নেখাঁও এজন আছিল। এদিন পিকিং চহৰত তেখেতৰ অনুষ্ঠান ইমান আমোদজনক হৈছিল যে চীনৰ প্ৰধান মন্ত্ৰী চৌ-এন-লায়ে থিৰেৰে থাকিব নোৱাৰিলে। সেইদিনাৰ অনুস্থান শেষ হোৱাৰ পাছতে মন্ত্ৰীগৰাকীয়ে নিজে মুন্নেখাঁৰ তবলাৰ ওপৰত হাত বুলাবলৈ ধৰিলে। চীনৰ পৰা ঘূৰি অহাৰ পাছত তেখেতক "প্ৰতিনিধি কলাকাৰ" উপাধিৰে বিভূষিত কৰা হয়। তবলাত আঙুলিৰ পৰশ দি প্ৰকৃতিৰ নানান শব্দ ফুটাই তোলাত মুন্নেখা সিদ্ধহস্ত। তেখেতৰ O. T. R. (Oudh and Trihute Railway)ৰ চলন্ত অৱস্থাত হোৱা শব্দবিলাকে মুন্নেখাঁৰ তবলাতো হুব্‌হুবাই থাকে। বৰ আমোদজনক অনুস্থান। কৃতি কলাকাৰ হোৱাৰ লগে লগে তেখেত এজন উদাৰ চিত্তৰ শিক্ষকো। দৈনিক তেখেতৰ ঘৰত তবলা শিক্ষাৰ্থীৰ এটা ভিৰ হয়। তেখেতে কিছুমান দুখীয়া ছাত্ৰক বিনা মাছুলে তবলাৰ শিক্ষা দিছে। এইটো তেখেতে ধৰ্ম্মবুলি ভাবে হেনো। ওস্তাদ ইলিয়াচখাঁৰ 'চেতাৰ' আৰু ডি, জি, যোগৰ বেহেলাৰ লগত মুন্নেখাঁৰ তবলা সঙ্গত বিশেষ উল্লেখযোগ্য। *

* এই প্ৰবন্ধ যুগুত কৰোতে "সঙ্গীত" নামৰ আলোচনীৰ বিশেষ ভাবে সহায় লোৱা হয়।

—*—

©KKH Library, JBC

এটুপি চকুলো ঃ

অহাৰ দৰেই যাব লগাটোও পৃথিবীৰ নিষ্ঠুৰ সত্য! কিন্তু যাব লগা হোৱাৰ আগতেই যি গুছি যায়, তেওঁৰ বিদায়ক আমি সহজ ভাৱে লব নোৱাৰো। উতঙ্ক মাধৱ শৰ্ম্মা— এমুখ হাঁহিৰে ক্লাছৰ এচুকত বহি একান্ত মনে শিক্ষকৰ বক্তৃতা শুনি থকা আমাৰ বন্ধুজনে ১৮।১০।৫৬ তাৰিখে পুৰতি নিশা পৃথিবীৰ ধূলি বালি এৰি ডাৱৰৰ সিপাৰৰ নেদেখা দেশলৈ গুচি গল। চতুৰ্থ বাৰ্ষিক কলাৰ ছাত্ৰসকলে উতঙ্কক প্ৰাণ ভৰি ভাল পাইছিল, তেওঁৰ ব্যক্তিত্বত বিশ্বাস কৰিছিল আৰু সেয়েহে সিদিনা মাথোন তেওঁক চতুৰ্থ বাৰ্ষিক কলাৰ ছাত্ৰসকলৰ প্ৰতিনিধি নিৰ্ব্বাচন কৰি কিবা এটা আশাৰে তেওঁৰ মুখলৈ চাই আছিল। কিন্তু আমাৰ বুকুৰ মৰমৰ মাজত উতঙ্ক থাকিব নোৱাৰিলে। গুচি গল, উতঙ্কৰ আত্মাই স্বৰ্গজ্যোতি লাভ কৰক। ঈশ্বৰৰ ওচৰত মূৰ দোৱাঁলো।

©KKHLibrary JBC

## আজিৰ সাহিত্য—

সাহিত্য কল্পলোকৰপৰা জীৱনলৈ নামি আহিছে। আকাশলঙ্ঘী কল্পনাৰ ঠাই লৈছে সাধাৰণ মানুহৰ জীৱনৰ সুখ-দুখ, আশা-নিৰাশা হাঁহি-কান্দোনে। বিশ্বৰ সকলো সাহিত্যতে এই কথাই প্ৰতিভাত হৈছে। সাহিত্যিক সকল জনগনৰ আপোন হৈ পৰিছে। জনগনৰ জীৱনত দেখা দিয়া হাজাৰ হাজাৰ অৰ্থনৈতিক, ৰাজনৈতিক সমস্যা শিল্পী-সাহিত্যিকে মৰমৰ চকুৰে চাই মানৱ সমাজৰ আগত ডাঙি ধৰিছে। আজিৰ পৃথিবীৰ জনজীৱনলৈ নানান সমস্যা আহিছে। এই সমস্যাৰ মেৰপাকত পৰি কোনো ব্যক্তি দুৰ্ব্বল হৈ পৰে, তাৰ অস্তিত্ব হেৰুৱাই পেলায় কোনোৱে এই সমস্যা দেও দি গৈ নিজৰ জীৱনক সবল কৰি তোলে। যুদ্ধ, অৰ্থাভাৱ, অনাটন, নিষ্পেষণ আজিৰ জনজীৱনৰ সমস্যা। এই সমস্যাত জৰ্জ্জৰিত হৈও মানুহ জীয়াই থাকে, উন্নতিৰ ফালে আগবাঢ়ি যায়। আজিৰ সাহিত্যিকে এই মানুহৰ ছবি আঁকিছে, তেওঁলোকক বাট দেখুৱাই দিবৰ যত্ন কৰিছে। আজিৰ সাহিত্যই সেইবাৰে আত্ম-

কেন্দ্রিকতাৰ পৰা সমাজমুখী চেতনালৈ ঢাল লৈছে।

বিংশ শতাব্দী, উদ্ভাৱনাৰ শতাব্দী,—পৰিবৰ্ত্তনৰ শতাব্দী। বিংশ শতাব্দীৰ এই ছয়োটা ডিকেডতে পৃথিৱীৰ দ্রুত পৰিবৰ্ত্তন হৈছে। লগে লগে সাহিত্যৰো। এই পৰিবৰ্ত্তন বেছি প্রকট হৈ পৰিছে—যুদ্ধোত্তৰ যুগটোত। যুদ্ধোত্তৰ যুগৰ সাহিত্যত, ঊনবিংশ শতিকাৰ সাহিত্যৰ প্ৰভাৱত গঢ়ি উঠা যুদ্ধ পূৰ্ব্বযুগৰ সাহিত্যৰ ৰোমান্টিক অলসতা নাই। যুদ্ধৰ বিভিষীকা নৰহত্যা, ভ্ৰূণহত্যা, ৰাজনীতি আৰু অৰ্থনীতিৰ এশএটা সমস্যা, ৰ'ক, গেচ, ৰেদিঅ' এক্টিভিটি এইবোৰৰ মাজত সোমাই মানুহৰ মানবীয় পৰিচয় হেৰাই গৈছে। মানৱ আত্মা পঙ্গু, মানৱ দেহা প্ৰাণহীন হৈ যোৱাৰ লগে লগে মানুহৰ জীৱন মৰণৰ সমস্যাও জটিল হৈ পৰিছে। জোৰা সুলকি যোৱা পৃথিৱীৰ এই ৰূপটো যুদ্ধোত্তৰ যুগৰ সাহিত্যত প্ৰতিফলিত হৈছে। সেইবাবেই আজিৰ সাহিত্য আমাৰ সাহিত্য, জন-গনৰ সাহিত্য।




©KKH Library, JBC

বিশ্বৰ অন্যান্য সাহিত্যৰ দৰেই আমাৰ অসমীয়া সাহিত্যতো এই পৰিৱৰ্ত্তনে দেখা দিছে। কিন্তু যুদ্ধোত্তৰ যুগৰ সাহিত্যত আমি যি অভিনৱত্ব আৰু প্ৰগতি আশা কৰিছিলো তাক আমাৰ সাহিত্যিক সকলে দিব পৰা নাই। ইয়াৰ বাবে সাহিত্যিক সকলকেই দোষী কৰিবৰ মন যায়। গল্প সাহিত্যৰ কথা বাদ দিলে আমাৰ সাহিত্যৰ আন আন দিশবোৰ এতিয়াও নিস্তেজ হৈ আছে। কাৰণ—বৰ্ত্তমান লিখক সকলৰ অতীতৰ প্ৰতি অনুৰাগহীন শ্ৰদ্ধাই আৰু নতুনৰ প্ৰতি সন্দেহশীল মৰমে সাহিত্যিক সকলৰ নিজ মনতে সুস্থ আদৰ্শ আৰু সবল দৃষ্টিভঙ্গী গঢ়ি উঠাত বাধা দিছে। অতীত আৰু বৰ্ত্তমান দুয়োৰে প্ৰতি উদাৰ স্নেহ নাথাকিলে সাৰ্থক সাহিত্য সৃষ্টি কৰা টান। মানুহ হিচাপে মানুহৰ যি সত্তা সেই সত্তাৰ পৰিৱৰ্ত্তন কোনো দিন হোৱা নাই। পৰিৱৰ্ত্তন হয় কেৱল তাৰ ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ চলন-ফিৰণ, চিন্তা-চৰ্চ্চা, জীৱনবোধ আদিবহে। মানুহৰ জীৱনৰ ওপৰত অতীত আৰু বৰ্ত্তমানৰ যি প্ৰভাৱ সেই প্ৰভাৱ বাদ দি সাহিত্য সৃষ্টি কৰা টান। যি কি নহওক আজিৰ যুগটোত অসমীয়া সাহিত্যত শক্তিশালী লিখনীৰ সৃষ্টি হওক তাকে আমি কামনা কৰিছো।

### কলেজৰ ভিতৰ চ'ৰা

১৯৩০ চনতে কেইজনমান শিক্ষাবিদৰ আশাসুধীয়া চেষ্টাত গঢ়ি উঠা আমাৰ কলেজখনে এতিয়া একুৰি ছবছৰত ভৰি দিলেহি কিন্তু এই একুৰি ছবছৰেও ছাত্ৰসকলে সদায় ভোগ কৰি অহা অসুবিধাবোৰ নাতবিল। আমাৰ কলেজৰ ছাত্ৰ সকলে যিমান অসুবিধাৰ মাজেদি গৈ বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ বাবে বহিব লগা হয়, চিন্তাশীল কৰ্তৃপক্ষই নিশ্চয় সেই বিষয়ে চিন্তা কৰিছে। শিক্ষকৰ সঘন সালসলনি, ৰিডিং-ৰুম, কমন-ৰুম আদিৰ শোক লগা অৱস্থা, লাইব্ৰেৰীত নতুন কিতাপৰ অভাৱ ইত্যাদি এশ এটা অসুবিধাত ছাত্ৰসকল জুৰুলা। সকলো বিষয়তে নোৱাৰিলেও অন্ততঃ অসমীয়া ইংৰাজী, ফিজিক্‌চ্‌ আদিত অনাৰ্ছ খুলিবৰ বাবে কৰ্তৃপক্ষক বহুবাৰ অনুৰোধ কৰা হৈছিল, কিন্তু কৰ্তৃপক্ষৰ আজিও সঁহাৰি নাই। অসমীয়া আৰু ফিজিক্‌চ্‌ ডিপাৰ্টমেণ্টত উপযুক্ত অধ্যাপক আছে যি সকলে সহজেই এই দুই বিভাগৰ অনাৰ্ছ শ্ৰেণী চলাই নিব পাৰিব। কিন্তু ছাত্ৰসকল কিয় এই সুবিধাৰ পৰা বঞ্চিত তাক আমি বুজি নেপাওঁ।

কলেজ হোষ্টেল কেইটাৰ অৱস্থাও শোক লগা, উপযুক্ত খাদ্যৰ অভাৱ, ৰোগীৰ চিকিৎসাৰ অভাৱ, ইত্যাদি অসুবিধাৰ মাজত ছাত্ৰসকল থাকিব লগা হৈছে। অসমৰ দ্বিতীয় সৰ্ব্ববৃহৎ আমাৰ এই কলেজখনে উল্লিখিত অভাৱসমূহ সহজেই পূৰাব পাৰিব বুলি আমাৰ বিশ্বাস। ইয়াৰ উপৰিও ছাত্ৰ-ইউনিয়নৰ এটা আহল-বহল অফিচ্‌-ৰুম, এখন চাইকেল ষ্টেণ্ড্‌, এখন কেণ্টিন, প্ৰতি বিষয়ৰে সৰহকৈ টিউট'ৰিয়েল ক্লাচৰ ব্যৱস্থা, বিজ্ঞানৰ গৱেষণাগাৰত প্ৰয়োজনীয় সকলো সাজ-সৰঞ্জাম ৰখা আদি কথালৈ আমি কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰিলো।

### ছাত্ৰৰ কৃতিত্ব

নানান অসুবিধাৰ মাজেদি গৈও আমাৰ কলেজৰ ছাত্ৰসকলে বিশ্ববিদ্যালয়ৰ পৰীক্ষা সমূহত প্ৰতি বছৰে যি কৃতিত্ব দেখুৱাই আহিছে তাক লৈ আমি গৌৰৱান্বিত। যোৱা বি, এ, পৰীক্ষাত আমাৰ কলেজৰ ছাত্ৰী শ্ৰীমতী লাৱণ্য বৰাই সংস্কৃত অনাৰ্চ্ছ'ত প্ৰথম শ্ৰেনীৰ প্ৰথম স্থান অধিকাৰ কৰে। আই, এ, পৰীক্ষাত শ্ৰীনীহাৰ-কান্তি দাস; আৰু শ্ৰীঅশোক গোস্বামীয়ে যথা-ক্ৰমে দ্বিতীয় আৰু ষষ্ঠস্থান অধিকাৰ কৰে। আই, কম্‌ পৰীক্ষাত শ্ৰীসুধীন্দ্ৰকুমাৰ দে'ই পঞ্চম স্থান অধিকাৰ কৰে। কৃতী ছাত্ৰ সকললৈ আমাৰ আন্তৰিক অভিনন্দন থাকিল।

এইবাৰ দিল্লীত অনুষ্ঠিত হোৱা আন্তঃ বিশ্ববিদ্যালয় যুৱ উৎসৱত যোগ দি আমাৰ কলেজৰ ছাত্ৰ শ্ৰীযামিনীকান্ত গোহাঁয়ে যন্ত্ৰ সঙ্গীতৰ ভায়'লিন বিষয়ত প্ৰথম স্থান অধিকাৰ কৰে।

### আলোচনীৰ কথা

এই সংখ্যা আলোচনী প্ৰকাশৰ লগে লগেই আমাৰো আলোচনীৰ দায়ীত্ব শেষ হৈ আহিল। আমাৰ সম্পাদনাত প্ৰকাশ হোৱা দুয়ো সংখ্যা আলোচনীৰ বিষয়ে আমাৰ এক-মাত্ৰ কবলগীয়া এয়েই যে আজিৰ দিনৰ যি সাহিত্যক উন্মেষ তাৰ লগত সমন্বয় ৰাখিহে আমি প্ৰবন্ধবিলাক আলোচনীত ঠাই দিছো।

©KKH Library JBC

সাহিত্যৰ সকলো প্রকাৰ সম্ভাৰেই যাতে ঠাই পায় তাৰ বাবে যত্নৰো ত্রুটী কৰা নাই। আমাৰ সফলতাৰ বিচাৰ অৱশ্যে সুধী সমাজৰ হাতত। এই সংখ্যাৰ বাবে পলমকৈ পোৱা দুই এটা উপযুক্ত প্রবন্ধ ঠাইৰ অভাৱত প্রকাশ কৰিব নোৱাৰি আমি দুখিত। সেইবোৰ নতুন সম্পাদকৰ হাতত দিয়া হব। পুঁজি নিশকতিয়াল হোৱা বাবে এই সংখ্যা আলোচনীৰ আকাৰ খুব সৰু কৰিবলৈ বাধ্য হলো। এই সংখ্যা আলোচনী যোৱা সংখ্যাৰ পৰিপুৰক হে। আলোচনীখনিৰ সম্পাদনা আৰু প্রকাশৰ কামত সহায় কৰাৰ বাবে অধ্যাপক কিৰণ শৰ্ম্মা শ্রীপ্রফুল্ল বাৰুগুৰু, শ্রীচন্দ্র কটকী, শ্রীৰবীন কটকী আৰু শ্রীপ্রসন্নকুমাৰ ফুকনৰ ওচৰত কৃতজ্ঞ হৈ ৰলো। নানান আলৈ-আহুকালৰ মাজেদি আলোচনীখনি ছপাই দিয়াৰ বাবে বিশ্ববাণী প্রেছৰ কর্ত্তৃপক্ষও ধন্যবাদৰ পাত্র।



সত্য যে তুমি
শাশ্বত তুমি
কিহৰ মৃত্যু কিহৰ ভয়,
পিচলৈ ঘুৰি
নেচাবা উলটি
যোৱা আগবাঢ়ি সমুখলৈ।

—নলিনী দেৱী—

# J. B. College
# MAGAZINE

Vol. XVI. No. 2.

[ *English Section.* ]

''This man's our own, a stranger that''
Thus narrow-minded people think.
However, noble-minded men
Regard the whole world as their kin.
- Bhartrihari.

©KKH Library, JBC

Editor :— *Suren Saikia.*
1956.

## CONTENTS.



—o*X*o—

©KKH Library, JBC

*This is printed*

*at*

**THE BISWABANEE PRESS**

**Jorhat.**

When *'Printing'* is the problem

"BISWABANEE, JORHAT" is its solution.

"Space donated by Jabian Patrons."

# Editorial.

## THE GLOBE AT A GLANCE.

The Sky of the globe at present is overcast with gloomy clouds ; the whole globe is surrounded by darkness. The western part of the globe seems to be darker than the eastern. This darkness of mis-understanding, extreme diplomacy threatens the globe at every moment that there may be hail and storm of thermo-neuclear weapons. In such a critical juncture, ours is the only country where resplendent light like Panch Shila rises to dispel the darkness and to clear the sky of the globe. When the belligerent groups like owls and vultures with their screeching and hooting induce terror in the mind of the millions, ours is the only country where the dove of peace like Jawarharlal Nehru is pacifying the terror-striken hearts by its flight with melodious cooing. As in the past, when the globe was surrounded with gloomy darkness of ignorance and sins, the apostle of love like Budha, Jesus-christ, illumined from the east, so we hope that the east will not break the tradition again to illumine when the globe feels its necessity.

## INSIGHT TO INDIA.

Since independence, India is on her way to be a full-fledged democratic state of socialistic pattern. We expect our India to be a "Sarvodaya state" where not merely material urges predominate but moral and spiritual urges too. Arising of multitude of problems in a subcontinent like India is natural. Problems like Goa, Kashmere, Recognition of S. R. C. Bills, Naga are making head-ache even in the strong brains of the state. But the success of solving those problems lies in clear understanding and thorough perusal. With definite Logic and Calculation, the energy and the enthusiasm of the leading statesman are sure to solve these problems at ease. About the end of the first five year plan India has done much to give stability and strength to our economy. Inspite of hard toil and labour few shadows remain in painting the first five year plan. We hope these shadows will dis-appear in painting of the second five year plan. Besides these, it is the common desire to see every nook and corner of

©KKHLibrary, BC

India to be developed on equal basis.

## REGARDING OUR ASSAM.

Assam is staggering in achieving the economic stability during the first five year plan but some more could have been done in comparision with the other states of India. With the exploration of abundant natural resources we like to see Assam equally developed along with the other states after the ensuing five years. As Assam is an integral part of India, Assam's interest is India's interest. A well developed Assam will cause to India to give a remarkable step towards progress. So also Assam thinks in unison with India's interest that India's interest is also of Assam. Here the question of limitation arises: Assam has never crossed the limit in demanding more with the formula of "Assam's interest is India's interest." The demand for the oil refinery in Assam is with the tolerable limit while the unusual cut in the quota for Assam in second five year plan is just abnormal.

## JUVENILE DELINQUENCY.

A present day common talk is of juvenile delinquency. Sri Nehru had once to tell some students of Patna "They should know it is not Patna, it is Delhi." The words concerned to a students' deligation from Patna to have their says to our leaders about the students' unrest in Patna. Another breach in student's discipline had occured in Allahabad university in connection of which the chancellor Sri K. M. Munshi had to wrestle with a long speech. At Gauhati students, though quite sane and sober in this respect, have to enlist themselves sometimes in a generalised blame of juvenile delinquency. If we faster regard to the definition of "public-opinion" we cannot escape from painting our faces black with such blames unless we try to annihilate such occurrings with us. We must regret our inability of elevating ourselves to the expected position of honour and responsibility. But to keep honest attempts for the same is really appraisable.

But we cannot go on telling that ours' is a counterfeited coin of which the worn out side belongs to us; the other side of the coin must also be considered which too never escapes unhurt. More factors are there for the birth of juvenile delinquency. The slang things sursounding us everywhere and our so called idealists plying their luxurious vehicles among such slang busy-day-affairs and thus corrupting themselves from head to toe, their moral and physical erosions and the great culture-crisis that they

©KKH Library, JBC

suffer, infect the young and delicate students' minds. No doubt we have our Sri Nehru, Dr. Radhakrishnan, V. K. Krisna Menon etc. who are bright stars of the international firmament. But many influentials between those of international figures and the commoners cause a moral epilepsy among themselves which being contagious causes harm to the students. Here on such crisis what can young students do? We can just have some renovating spirits among us; but we surely want lead. Perhaps making laws to keep students in schools and colleges cannot help remoulding of students community, we want urges, affectionate dealings, we want men of placid thoughts and knowledge, and firing inspirations from them.

## OUR COLLEGE.

Every student, every member of the staff as well as every well wisher of the college know the fact that as the number of the students of our college are increasing gradually ( above 1300 at present ) the present buildings, staff, hostels and many other facilities are inadequate to provide better education to be real citizen, in the true sense of the term of a democratic state like India. We hope to visualise the disappearing of all these inadequacies and a great future for the college in the coming years.

We regret that the size of our present magazine becomes very thin due to the paucity of fund. I beg apology of my friends for many misprints that remained in the last issue on account of the inabiliby of reading the proof in a distant Press. I think in this issue the misprints are fewer due to the devotion and skill of the manager of Biswabanee Press. Lastly I offer my heartfelt thanks to my friends, those who co-operated with me in this concern. Specially I shall remain ever grateful to my friends Sri Nogen Saikia and Sri Mohendra Borthakur for their valuable advice and suggestions.

*—Editor.*

©KKHLibrary,JBC



"If 'sin' consisted in causing needless suffering, I could understand, but on the contrary, 'sin' often consists in avoiding needless suffering."

—Bertrand Russell.

# Voice of the Age.

—Golap Khound.

Alas !
I fail to catch thy glance
O the mermaid of joy.
Like a fool I stand
Puzzled on a cross road,
Know not whither to go !
"I fail upon the thorns of life—"
In the desperate abyss of forget-
fulness
It hangs only in the gallows of
memory
Leaving only the blind beliefs of
survival ;
The perils of the phantom's hand
Eclipsed the light on my face,
The curly smokes of dejection
Envelopes the road of my race.
Darkness ! O, darkness everywhere
I fail to dream, I fail to see,
All I guess turn to fiasco
I fail ! O, I fail !



But ere the doom of all
The song of hope echoed and
re-echoed
The song to all eternity
"Uttistha"—( Arise ) !
Through all the ages of ups and
downs
It sounds a challenge
To all oppressed and destitutes,
So let us sing the chorus
—"We are in the same boat"—
O the lips from Nile to the
Ganges
Let us constitute a new flux,
Let us cultivate a new hope.
Here, there is no sorrow, no pain
No one is failure again
Since "We are in the same boat."



©KKH Library, JBC

# En route.

—Nogen Saikia

Every contour of your
Fleshy landscape,
The fluttering and fragrant
Hair of yours, are left
Uneffaced, in the sensitive photo-
graphic plate
Of my memory.
You came and I looked
To your eyes which caused
My eyes never tired.
Along with such green thoughts in
mind
I collected oysters here and there,
And then you had come!
We played and made sand houses,
Also for them we quarreled,
The dark fringes of the
Clouds hanging in the western front,
In fear
Made us Clung, one to another tight.

Only on such moments
We can feel, how one,
So dear to the other is.
Here again, on this sandy shore
We look for better shells
We know not, what the
Dark womb of mighty clean is.
We know not, which,
Either grave or mines of pearls, is
there in it.
Difference between our
'Know' and 'unknown' is wide.
Dear!
Yet we must not fear,
The tough tide of life.
For leaving ourselves unstained and
unhurt
By the blue of sorrow's sea
We must have to thrive—With tide,
—we are having a strife.

©KKH Library, JBC



# The Mirror of life.

Tushan Kr. Gogoi

Standing just in front of the
Mirror of life
We dreamt
The million dreams of life·········
The dreams smile·········
And we try to bloom the
Flowers of hopes and desire there.
But we fail·········
The dreams never come into action :
Dreams are illusions
In the desert of life·········
Yet we never despair
And try again and again
To shape the dreams by toileting
Our human thoughts, and feelings·······
Because that is our humanity—
Which is blowing
From the great length
Of time through
The river of life as
The fountain of livelihood.
The life is changeable and miraculous
So we know not and often
We cry—life ! What thou art !
Yet we're never exhausted.
Death after death
Our hopes revive
In the terrestrial life
And even from the silent
Depth of grave.
The Hope is the only vitality
By which we live·········
It beautifies and invigorates
Our transitory life
In the mortal world
"It is eternal."

**The heart of a wise man should resemble a mirror, which reflects every object without being sullied by any. —Confucius.**

©KKH Library, JBC

# Einstein on the effects of Gravitational field on light.

—o*o—

Prof. T. N. Goswami M. Sc.

In my previous article published in the last issue of this journal I have made attempts to explain Einstein's concept of Gravitation and I have shown how Einstein's gravitational laws when applied to astronomical problems yeild results that are very close to those given by Newton. Further, with the help of Einstein's laws of gravitation new problems like the eccentric behavior of the planet, Mercury, can be explained. But this is not all.

Another achievement of far greater importance is the prediction by Einstein of a new cosmic phenomenon. No scientist had ever dreamt of this phenomenon, namely the effect of gravitation on light.

From various theoritical considerations Einstein concluded that light, like any material object, travels in a curve when passing through the gravitational field of a massive body. This effect produced on light by a gravitational field has been varified by experiments and found to be correct.

Before describing this experiment, I like to discuss the theoritical considerations which led Einstein to predict this effect of gravitational field on light. Let us imagine an elevator ascending with constant acceleration through empty space, far from any gravitational field. An observer in the elevator, will not be able to discern the position of the elevator and will have no idea where in the universe they are. But for us, we can say the elevator is rising up with constant acceleration through empty space. Now let us suppose that from interstellar space, one gunman fires a bullet at the elevator. The bullet strikes the side of the elevator, passes through it, and emerges out by the opposite wall of the elevator at a particular point in it. The point of emergence will be little below the point of entrance of the bullet. We can explain it by saying that as the elevator has a constant acceleration and as the bullet takes a

©KKH Library JBC

